# ভক্তিতত্ত্ব দৰ্পণ

বা

## ভক্তিতত্ত্ব-সাৰ



শ্ৰীতীৰ্থনাথ গোস্বামীৰ দ্বাৰা-
প্ৰণীত ও প্ৰকাশিত।

১ম তাঙ্গৰণ।

যন্ত্ৰমণি প্ৰেছত-
শ্ৰীনরনাথ গোস্বামীর দ্বারা ছপাহল।

মূল্য ॥০ আঠ অনা।

# ভক্তিতত্ত্ব দৰ্পণ।

বা

## ভক্তি তত্ত্ব সাৰ।



—:❋:—

শ্ৰীশ্ৰী৺ধলৰ সত্ৰৰ—

শ্ৰীতীৰ্থ নাথ গোস্বামীৰ দ্বাৰা

প্ৰণীত আৰু প্ৰকাশিত।

১ম তাঙ্গৰণ।

ইং ১৯২৭ সন।

যোৰহাট, ধলবসত্ৰৰ যহগণি প্ৰেছত – শ্ৰীনৰ নাথ গোস্বামীৰ দ্বাৰা
ছাপা কৰা হ'ল।

# উৎসৰ্গা ।

শ্ৰীযুক্তা কনকেশ্বৰী বাইটিৰ ।

তুমি, মই, আৰু নুমলীয়া ভনি—শ্ৰীমতি-তিলকান্তি দেব্যা সহিতে একে মাতৃৰ গৰ্ভৰ পৰা আমি তিনিও জন্ম পালো । সংসাৰৰ চক্ৰত পৰি তোমালোকে স্ব স্ব গৃহলৈ গতি কৰিলা । তুমি মোক সৰুতে যেনেদৰে লালন-পালন কৰি খুৱাই-ধুৱাই কোলাত লৈ একেটা ভাই বুলি-- মোৰ কান্দোনেই তোমাৰ কান্দোন, মোৰ হাঁহ-নেই তোমাৰ হাঁহোন, সুখত সুখী, দুখত দুখী, ৰোগত ৰোগিণী হৈ যেনে স্নেহ কৰিছিলা, কোনো কোনো মাতৃৰ পৰাও তেনে স্নেহ পুত্ৰে পোৱা টান। সেই অকপট স্নেহ অদ্যাবধি অক্ষুণ্ণ ভাবে মোক প্ৰতি ৰখাত মাতৃতুল্য স্নেহৰ বঞ্চিত এতিয়ালৈকে নোহোৱাত মই নিজেই

ভাগ্যবান বুলি বিশ্বাস কৰিলো। কিন্তু; তোমার সেই স্নেহৰ ধার মই কোনো দিনে শুজিব নোৱারো। তোমার স্নেহর ভাই যে এই সংসাত আছো তার চিন স্বৰূপে "ভক্তিতত্ত্ব দর্পণ" পুথি খনি লিখি তোমার পবিত্র নামত উৎসর্গ করিলো।

॥ইতি॥

তোমাৰ স্নেহর ভাই—

শ্রীতীর্থ নাথ গোস্বামী।



# পাতনি।

আজি কালি আমার হিন্দু ধৰ্ম্মৰ শ্ৰীলোপহৈ আন ধৰ্ম্মই শ্ৰীবৃদ্ধি পাইছে। ইয়ার মুলহৈছে আমার শুদ্ধ সহা পুৰুষীয়া ধৰ্ম্মর আচাৰ্য্য সকলে শিষ্যক অকপট ভাৱে বেগেতে সার ভক্তির তত্ত্ব খিনি বুজাই দিব নোখোজে তেনে আবৃত করি থাকোতেই ক্ৰমশ লোপ পোৱার দরে হৈপরিছে। ভক্তির তত্ত্ব বোৰ বুজিবর নীমিত্তে এনে এখনি গ্ৰন্থর অতি আবশ্যক ভাবি ভক্তি তত্ত্ব দর্পণ নামে পুথি খনি সদৌ হিন্দু ধৰ্ম্মাৱলম্বী সকলর মাজত আগ বৰালো। মোৰ মনে দৃঢ় বিশ্বাশ যে এই পুথি খনি ভাল কৈ কেই বার মান পাঠ কৰি ইয়ার সার কথা খিনি বুজি ললে নিশ্চয় ভক্তিৰ অঙ্কুৰ হৃদয়ত মেলি একেরা নহয় একেরা সজ্জ্ঞানর পোহর পাবই। এই পুথি খনি যেনে খরণত লিখিবর কথা আছিল বিদ্যা বুদ্ধি হীন আরু সময়র নাটনিত পুরা মাত্ৰা নহল। এই তাঙ্গরণত যদি হিন্দু ধৰ্ম্মাবলম্বী সকলর আগ্ৰহ দেখা যায় তেন্তে দ্বিতীয় তাঙ্গরণত আরু লাগতীয়াল কথারে পৰিপূৰ্ণ করি সদৌ বাইজর আগত দাঙি ধৰিম বুলি আশা করিলো। ইতি।

শ্ৰীতীৰ্থ নাথ গোস্বামী।

# ভক্তি তত্ত্ব দৰ্পণ

বা

## ভক্তি তত্ত্ব সাৰ।



নারায়নং নমস্কৃত্যং নরঞ্চৈব নরোত্তমং।
দেবী সৰস্বতীঞ্চৈব ততো জয় মুদীরয়েৎ ॥

পরম ঈশ্বর ভগৱন্তৰ ২৪ অৱতার। তার ভিতরত কোনো কোনোটি অংশ কোনো কোনোটি কলা; কিন্তু শঙ্খ, চক্র, গদা, পদ্ম, চারি অস্ত্র ধরি ঈশ্বর শ্রীকৃষ্ণ ষোল কলা পৰি পূর্ণ হৈ অৱতার হয়। যেতিয়া ধর্ম্ম লোপ হৈ অধর্ম্মর প্রকোপ বেচি হয়। তেতিয়াই সাধুক রক্ষা করি দুস্কর্ম্ম নাশ করি ধর্ম্ম সংস্থাপন করিবর অর্থে যুগে যুগে অৱতাৰ হয় বোলা ঈশ্বরর নিজ মুখৰ বাক্য।

যেনে— যদা যদাহি গ্লানির্ভবতি ভারত।
অভ্যুত্থান মধর্ম্মস্য তদাত্মানাং সৃজাম্যহম॥
পরিত্রানায় সাধুনাং বিনাশয়াচ দুস্কৃতাম।
ধর্ম্ম সংস্থাপনার্থায় সম্ভবামি যুগে যুগে॥

শ্রীকৃষ্ণ ভগৱন্তে একাদশ স্কন্ধত উদ্ধৱক যি উপদেশ দিছিল, নারায়ন রূপে চতুরা ননত বিজ্ঞান প্রদান কৰিছিল

সেই ধৰ্ম্ম কলিত লুপ্ত হৈ বেদৰ নানা প্ৰলোভ পুষ্পিত বাক্যত মুগ্ধ হৈ মানুহে যেতিয়া নানা কৰ্ম্ম কৰি অধো গতিৰ বাত ধৰিব তেতিয়া মই "শঙ্কৰ" নামে বটদ্ৰৱা গ্ৰামত অৱতাৰ হৈ চাৰি যুগৰ সাৰ, চাৰি শাস্ত্ৰৰ ৰস বিচাৰ কৰি চাই গীতা, ভাগৱত, পুৰাণ, সংহিতা, যামল ইত্যাদি বেদ বেদান্তৰ তত্ত্ব উদ্ধাৰ কৰি ৮০ বিধ ভক্তিৰ ভিতৰত ৯ বিধ, ৯ বিধৰ ভিতৰত ৩ বিধ, তিনি বিধৰ ভিতৰত এবিধ সাৰ কৰি শৰণ ভজন ভক্তি প্ৰচাৰ কৰি সকলো ধৰ্ম্মৰ সাৰ হৰি গুণ কীৰ্ত্তন ঠায়ে ঠায়ে প্ৰচাৰ কৰিম বোলা যমৰজাৰ আগত ঈশ্বৰৰ নিজ মুখৰ বাক্য। সেই ধৰ্ম্মবে পৃথিবীত চাৰি ভাগে বিভক্ত হৈ চাৰি দিশত চাৰি জন অৱতাৰ হয়। পশ্চিমত শ্ৰীচৈতন্য, উত্তৰত হৰিব্যাস, দক্ষিণত ৰামানন্দ এইতিনি জনে তিনি দিশত ধৰ্ম্ম প্ৰকাশ কৰিব। মই স্বয়ং "শঙ্কৰ" নাম ধৰি পূব দিশত ধৰ্ম্ম প্ৰচাৰ কৰিম। মোৰ লগত ১২ বৈষ্ণৱ, ১৪ পাৰিষদ, ১২ গোপাল, মালাকাৰ, বেশাকাৰ পৰ্য্যন্ত অৱতাৰ হবাগৈ। এই বাক্যকে সাক্ষী কৰি দৈৱকী হৃদয়ানন্দ স্বয়ং শ্ৰীকৃষ্ণ ভগবন্ত আহি ৺কুসুম ভূঞাৰ ঘৰত অবতাৰ হোৱা সম্বন্ধে ৺ৰামচৰণ ঠাকুৰ কৃত বৰ চৰিত্ৰত লীখিছে।

চৰিত্ৰৰ পদ।

কৃতাঞ্জলি কৰি তহিতে আছয়

ভূতপতি ত্ৰিনয়ন।

তাহাক সম্বোধি, আনন্দিত মনে,
বুলিলা হরিবচন ॥
শুনা জটাধর, কহিয়ো সত্বর,
কুসুমর আগে যাই।
তাহান গৃহত, হৈবো অৱতার,
কহিলোহো সমুদাই ॥
এই আজ্ঞা করি, তহিতে তেখনে,
ভৈলা হরি অব্যকত।
ঈশ্বরৰ বাণী, শুনি চক্র পাণী,
কহিলন্ত কুসুমত ॥
জগত আধার, হৈবে অৱতাৰ,
জানিবা তযু গৃহত।
রুদ্রৰ বচন, শুনি তেতিক্ষনে,
আনন্দ ভৈলা মনত ॥
লভিয়া চেতন, গুণে মনে মনে,
বোলন্ত বৰ লভিলো।
জানিলো সুস্বপ্ন, ফলিল আমাত,
যিসব পূর্ব্বে দেখিলো ॥
ভার্য্যাক বোলন্ত, শুনিয়ো ঘরিণী,
কহিলন্ত মহেশ্বর।
আমার গৃহত, হৈব অৱতার,
জানিলোহো গদাধৰ ॥

৺কুসুমৰ ঘরত শ্রীশঙ্কর দেৱ ১৩৭১ শকত স্বয়ং শ্রীকৃষ্ণই অৱতার হয় । সন্তরাম দৈবজ্ঞই প্রক্ষাত নাম শ্রীশঙ্কৰ থয়, গুপ্ত নাম গঙ্গাধর । এটানুক্রমে মহাপুরুষ, শ্রীশঙ্কর, গঙ্গাধৰ, ডেকাগিরী, অধিকাৰী, সন্ত, মহন্ত, আতা, গোমোস্তা, জগন্নাথ এই দশ নামপায় । ঈশ্বৰর পূর্ণাৱতার প্রসিদ্ধ মহাপুরুষ শঙ্করকে স্বীকাৰ কৰি তেওঁর বাল্যলীলা, ঘটনা বোরত শ্রীকৃষ্ণর লীলারে সৈতে বিজুৱা হৈছে । শঙ্করদেৱে চিহ্ন যাত্রা নামে ভাৱনা করিবৰ উদ্যোগ করি কাঠ অনাই খোলর যোখ আরু কুমারৰ দ্বাৰা মাটির খোল গঢ়াই খোলর বাজনা সৃষ্টিকরিলে : চিহ্ন যাত্রার পট আঁকি তাত লক্ষ্মী, সৰস্বতী, চৌধ পাৰীষদ, সাত বৈকুণ্ঠৰ সাত গোপাল স্থাপি, মুখা সাজি ভাৱরীয়াক ভাও শিকাই সভা ঘরত চাৰিতা ভাৱড়িয়া ৯ টা মটা গায়ণ বায়ন বর ধেমালী ভক্ত সকলর সহ নিজে বাগ দি গীত গাই ৯ টা খোল একে লগে বজাইছিল । নিজে সূত্র ধার হৈ ভাৱনা পাতি সাত খন বৈকুণ্ঠ দেখাই দিলে । শ্রীশঙ্কর গুরুৰ এনে মহত সাত বৈকুণ্ঠ স্বরূপ দেখি ৺মহেন্দ্র কন্দলীয়ে শর ণ লৈছে । আন সকলকো কৈছে-

শুন। কর্ণ পুর চতুভূ‍র্জ দুয়োজন ।
নরোত্তক ব্রহ্ম তুমি পণ্ডিত গহন ॥
ঊর্দ্ধ বাহু করি মই কৰো অঙ্গীকাৰ ।
শঙ্করত পরে গুরু নাহিকে আমাৰ ॥

শূদ্র বুলি যিটো পাপী কৰে তিৰস্কাৰ।
তাহাৰ ব্ৰাহ্মণ জন্ম আছোক ধিকাৰ॥

মহেন্দ্ৰ কন্দলীৰ এনে কথা শুনি বিদ্যাৰত্ন, কবিৰত্ন, ৰাম ৰাম গুৰু, চতুৰ্ভূজ এই সকল ব্ৰাহ্মণে দৃঢভাৱে শঙ্কৰত শৰণ লবলৈ দৃঢ সংকল্প কৰি উপস্থিত হলত শঙ্কৰে গোপী উদ্ধৱ সংবাদ পুথি থাপনা কৰি ব্ৰাহ্মণ সকলক দণ্ডৱত কৰাই শঙ্কৰে শৰণ লগায়। আগেয়ে এই দেশত অনাৰ্য্য বংশীয় ৰাজা বিলাকৰ শাসন কালত ধৰ্ম্মৰ ভাৱ তেনেই পৰিবৰ্ত্তন ঘটিছিল। বামানয় বা তান্ত্ৰিক ধৰ্ম্মৰ প্ৰচাৰত মানুহে প্ৰকৃত ধৰ্ম্মপথ বিছাৰি নেপাই দুৰ্ব্বিপাকৰ হাত সাৰিবৰ নিমিত্তে বৃক্ষ শিলাৰ আশ্ৰয় লৈ আচাৰ নীতি ভ্ৰষ্ট দুৰ্নিবাৰ দুৰাচাৰী হৈ মদ্য মাংস সেৱা আৰু কটা ছিঙ্গা বলি বিধানত দেশমগ্ন হৈ পৰিছিল। সেই বাবেই দুষ্টক দমন সন্তক পালনৰ নিমিত্তে তেতিয়া ভগৱন্ত শ্ৰীশঙ্কৰ অৱতাৰ হয়।

শ্ৰীমদ্ভাগৱত শাস্ত্ৰ খানি নাৰদৰ উপদেশ অনুসাৰে মহামুনি ঈশ্বৰাংশব্যাসৰ দ্বাৰা ৰচিত, ই বৈকুণ্ঠৰ শাস্ত্ৰ; শুক মুনিৰ দ্বাৰা পৃথিৱীত প্ৰচাৰ। এই শাস্ত্ৰ খনি ঈশ্বৰৰ দশ অৱতাৰৰ নৱম অৱতাৰ শ্ৰীক্ষেত্ৰৰ শ্ৰীশ্ৰীজগন্নাথ মহাপ্ৰভুৰে মোৰ অংশে জাত পূব দিশত শ্ৰীশঙ্কৰ নামে এজন মহাপুৰুষ আছে তেওঁক এই শাস্ত্ৰ শোধাই দিয়াগৈ বোলাত জগদীশ মিশ্ৰে পূৰ্ণব্ৰহ্ম ভগৱন্ত শ্ৰীশঙ্কৰে মানি

শ্ৰীমদ্ভাগৱত নি শ্ৰীশঙ্কৰ দেৱক অৰ্পনা কৰে।

নিগম-শাস্ত্ৰ-নিগম কল্পতৰুৰ্গলিতং ফলং শুক মুখাদ মৃতদ্ৰৱ-সংযুক্তম।

পিবত--ভাগৱতং ৰসমালয়ং মুহু ৰহু ৰাসিকা ভুবি-ভাবুকাঃ॥

ঘোষা--বৈকুণ্ঠৰ কল্পতৰু ভাগৱত শাস্ত্ৰ।
ইহাৰ উত্তম ফল হৰি নাম মাত্ৰ॥

সেই শাস্ত্ৰ শ্ৰীমদ্ভাগৱত--আৰু শ্ৰীমদ্ভাগৱত গীতা বৃহৎ বিষ্ণু সহশ্ৰ নাম সকলো শাস্ত্ৰ মন্থন কৰি ব্ৰহ্ম শিলা জড় পূজাৰ সলনি শুদ্ধ বুদ্ধ চিদানন্দ হৰিৰ নাম গুণ শ্ৰৱন কীৰ্ত্তন পাঠ প্ৰসঙ্গৰ স্ৰোতত দেশ প্লাবিত কৰিলে।

মাধৱ দেৱৰ পিতৃৰ নাম "সহোদৰ" এওঁৰ নাম আৰু তিনতা আছিল। দীঘল পুৰীয়া, গোবিন্দ, আৰু বৰকনা গিৰী। ১৪১১ শকত বৰকনা গিৰীৰ ঔৰসে মনোহাৰী আইৰ গৰ্ত্তে শ্ৰীমন্ত মাধৱ দেৱৰ জন্ম হয়। এই মাধৱ দেৱৰ বাল্য কালৰ নাম ভৱানন্দ আছিল। শঙ্কৰ দেৱৰ লগত মাধৱ দেৱে সাক্ষাত কৰাত দুইৰো বাদত নানা শাস্ত্ৰ উৎঘাটন নানা যুক্তি প্ৰদৰ্শন কৰি বহুত বাদ কৰিলে। পাছত---

যথা তৰুৰ্ম্মূল নিষচনেন তৃপ্যন্তিতৎ স্কন্ধ ভূজোপ শাখাঃ প্ৰণা পহাৰাচ্চ যথেন্দ্ৰিয়ানাং, তথাচ শৰ্ব্বাৰ্চ্চন মুচ্য তেজ্যা॥

বৃক্ষর মূলত যেন দিলে আনি জল – ।
হোবয় তৃপিতি তাব পত্র পুষ্প ফল ॥
জলে পাতে সিঞ্চে যদি মূলত নেদয় ।
কদাচিতো ডালে পাতে তৃপিতি নহয় ॥
ক্ষুধাতুব নরে যদি অন্নক ভূঞ্জয় ।
তৃপিতি হোৱয় ইন্দ্রিয় অতিশয় ॥
ভোজন বিহনে পিন্ধে বস্ত্র অলঙ্কার ।
ইন্দ্রিয়র কিছু প্রীতি নহয় তাহাব ॥
কৃষ্ণক পূজিলে সমস্তরে পূজা হয় ।
পৃথকে পূজিলে পূজা কেহু নলৱয় ॥

এই শ্লোকটি শুনা মাত্রকে শঙ্করর শুদ্ধ মত কেবল কৃষ্ণ দেৱেই উপাস্য দেৱতা ইয়াকে সার করি শঙ্করত শরন ললে। মাধৱ দেৱ ঘোর গোসানী সেবি শাক্ত আছিল। শঙ্কৰে সেই দিনার পরা বঢ়াব পো মাধৱক পায় শঙ্কর গুরু পূৰ্ণ হৈছে। শ্রীমদ্ভাগবতর সৎসঙ্গ গীতার শৰণ, আরু সহশ্র নামর হরিনাম এই সাব বস্তুৱেই সহা পুরুষীয়া ধৰ্ম্মর মূল উপাদান। পরমেশ্বৰক উপাসনা করি সচিদানন্দ পরম ব্রহ্মক প্রাপ্তীয়েই এই পন্থর মুখ্য উদ্দেশ্য। গুরুর উপদেশ একমাত্র পূর্ণ ব্রহ্ম শ্রীকৃষ্ণত একান্ত শৰন, সাধু সঙ্গত অব্যভিচারি নিগুৰ্ণা প্রেমভক্তিৰ সাধন, ঈশ্বৰর লীলা চরিত্র আৰু নাম শ্রৱন কীৰ্ত্তনকৰাই পরম পুৰুষাৰ্থ ॥

আদি সত্য যুগত শুদ্ধ ধৰ্ম্ম এক মাত্ৰ হৰি নাম আছিল দেৱতা সকলৰ ভোগ নিমিলী অনাহাৰ হোৱাত সকলো দেৱতাই হৰি নাম লুপ্ত কৰি নানা দেৱতাৰ নানা ৰকমৰ পূজাৰ সৃষ্টি কৰিলে। সত্য যুগত ধ্যান, ত্ৰেতাত যজ্ঞ, দ্বাপৰত পূজা আছিল। "কলিৰ ভয়ত ত্ৰাশ হৈ সকলো ধৰ্ম্ম হৰিৰ নামত শৰণ লৈ থাকিল। "কলিৰ ভয়ত গৈয়া, নামত শৰণ লৈয়া, ৰহিল সমস্ত ধৰ্ম্ম চয়।" এতেকে কলিত নাম কীৰ্ত্তনৰ বাজে যজ্ঞ যাগ একো কৰিব নেলগে। সত্য যুগে ধ্যান, ত্ৰেতা যুগে যজ্ঞ দ্বাপৰ যুগত পূজা। কলিত হৰিৰ কীৰ্ত্তন বিনাই আৰব নাহিকে তুল্য।

শঙ্কৰদেৱে কীৰ্ত্তন পাষণ্ড মৰ্দ্দনৰ পদ, দশম নাট, গীত, গুণমালা, ইত্যাদি শাস্ত্ৰ লোকৰ হিতাৰ্থে দুৰূহ তত্ত্ব বিশ্লেষণ কৰি তৰ্ক যুক্তি পূৰ্ণ মধুৰ বাগ্মিতা দ্বাৰা সংশয় ছেদ কৰি লোকক নিজ ধৰ্ম্মলৈ আনি শ্ৰীভগৱৎ চৰণ পঙ্কজত মতি ৰাখি হৰি কথা শ্ৰৱন কীৰ্ত্তন কৰোৱাই জীৱনৰ উদ্দেশ্য। মাধৱ দেৱে গীতা ভাগৱত আৰু বেদান্ত সাৰ নাম ঘোষা পদত ভাঙ্গি চবি দুলৰি, লেছাৰি ঘোষা চণ্ড, শৰণ, ভজন, কাকুতি, খেদ অমূল্য গ্ৰন্থ যি ঘোষা পাঠে আব্ৰাহ্মণ চাণ্ডালাদি সকলেও চিত্ত শুদ্ধি হৈ সকলো বেদান্তৰ উপনিষদাদি পাঠৰ ফল হাতে হাতে পায়।

বিষ্ণু পুৰী সন্ন্যাসীৰ ভক্তিৰ আত্মক ৰত্নাৱলী গ্ৰন্থৰ

সুললীত পদ ভাঙ্গি ভক্ত সকলৰ কণ্ঠৰ মালা নামমালিকা, গীত, ভটিমা, ভক্তি প্ৰদীপ, আদি শাস্ত্ৰ ৰচনা কৰি হৰি ভক্তিৰ ৰন নাম কীৰ্ত্তনেৰে পৃথিবী ভেদিছিল। শঙ্কৰদেৱে এটানুক্ৰমে কলিত অসংখ্য জীৱ তৰনৰ পন্থ মহা পুৰুষীয়া মহাধৰ্ম্মৰ নাম কীৰ্ত্তন শৰন, ভজন, ভক্তি প্ৰচাৰ কৰি ধৰ্ম্মৰ উন্নতি আৰু বাহুল্য প্ৰচাৰৰ হেতু ভক্ত সকলৰ ভিতৰত ধৰ্ম্ম ৰাজাত সাত জন ধৰ্ম্ম ধাৰক আচাৰ্য্য পাতিছিল। অনন্তৰ প্ৰিয় শিষ্য মাধৱক সমস্ত মহাধৰ্ম্মৰ ভাৰ অৰ্পন কৰি ১৪৯০ শকৰ ভাদ্ৰ মাহত শুক্লা দ্বিতীয়া দিনা বৈকুণ্ঠ গামী হয়। অন্ততঃ মাধৱ দেৱে শঙ্কৰৰ শুদ্ধ ধৰ্ম্ম বাহুল্য ভাবে প্ৰচাৰ কৰি আৰু বাহুল্যক আশা কৰি শিষ্য সকলৰ ভিতৰত প্ৰধান ১২ জনক ধৰ্ম্মৰ আচাৰ্য্য পাতে। বৈকুণ্ঠ পয়ানৰ সময়ত প্ৰিয় শিষ্য ভৱানী পুৰীয়া ৺ শ্ৰীগোপাল আতাক সমস্ত ধৰ্ম্মৰ ভাৰ অৰ্পন কৰি ১০৭ বছৰ বয়সত ১৫১৮ শকত ভাদ্ৰ মাসত কৃষ্ণ পঞ্চমীত বৈকুণ্ঠ গামী হয়।

৺ কামেশ্বৰ ভুঞাঁৰ ঔৰষে বজ্ৰাঙ্গী আইৰ গৰ্ভত ১৪৬০ শকত গোপাল আতাৰ জন্ম হয়। গোপাল আতাই অনেক বাহুল্য ভাবে মহা পুৰুষীয়া শুদ্ধ ধৰ্ম্ম প্ৰচাৰ কৰি আৰু বাহুল্য প্ৰচাৰৰ অৰ্থে ১২ জনক ধৰ্ম্মৰ ভাৰ দি ৭০ বছৰ বয়সত ১৫৩০ শকৰ বৈশাখ মাহৰ শুক্লা তৃতীয়াত বৈকুণ্ঠ গামি হয়। অৰু স্থাপিত ১২ জনাৰ

ভিতৰত বৰ যদুমনি দেৱক "বৰ আতা" নাম দি সকলোৰে অগ্রগনি পাতি যায়। যদুমনি দেৱ ১৪৭৫ শকত জন্ম হয়।

৮ শ্রীশ্রীশঙ্কৰ দেৱৰ স্থাপিত প্রধান ধর্ম্মাচার্য্য সকলৰ সত্র। শ্রীহৰিদেৱ মনেৰি সত্র, শ্রীদামোদৰ দেৱৰ পাট বাউসী সত্র, শ্রীশ্রীমাধৱ দেৱৰ সুন্দৰী দিয়া, গনক কুছি, বৰ পেটা, আৰু ভেলা সত্র। নাৰায়ণ ঠাকুৰ জনিয়া সত্র। হৰি দেৱৰ পৰা আজ্ঞা পোৱা জগন্নাথ দেৱ— বৈনাকুছি সত্র, হৰি চৰণদেৱ জাগৰা সত্র, কৃষ্ণ দেৱ চামোৰি, নাৰায়ণদেৱ পৰেনা সত্র

দামোদৰ দেৱৰ পৰা—ভগৱান দেৱ গোবিন্দ পুৰ সত্র, ভটদেৱ পাট বাউসীত থাকে আৰু ব্যাস কুছি সত্র, হয়। বলদেৱ বেহাৰ সত্র, বল দেৱৰ পাছত বনমালী দেৱ, এই বন মালী দেৱৰ পৰা দক্ষিনপাট সত্র হয়। সত্যদেৱ গবৈ মাৰি সত্র হয়।

শ্রী শ্রীমাধৱ দেৱৰ স্থাপিত ১২ জন।

ৰামচৰণ ঠাকুৰ সুন্দৰী দিয়া সত্র। মথুৰাদাস—বৰ পেটা সত্র। বৰ [illegible]ষ্ণু আতা, চমৰিয়া সত্র, পৰিয়া আতৈ, হেৰামদৈ সত্র। লক্ষ্মি কান্ত আতৈ, ধোপ গুৰি সত্র। লেচাকনিয়া গোবিন্দ খটৰা সত্র। ৮ ভৱানী পুৰীয়া গোপাল আতা ভৱানী পুৰ, কালজাৰ, পাৰাভৰাল, জোৰাবদি, লোৰাচুৰ সত্র স্থাপন কৰে। বংশী-গোপাল বা দেৱ-গোপাল—দেবেৰা পাৰ সত্র।

যদুমনি আধার, মাহবা, ঘাবমরা, পতিয়রী সত্র। শ্রীহরি লাই আতি সত্র। পদ্মআতা বা বহুলাআতা কমলাবাড়ী সত্র। শ্রীরাম আতার সত্র নাই। হরিহর আতা মেজেংতিয়া সত্র।

ভবানী পুরীয়া ৺ শ্রীগোপাল আতার স্থাপিত ১২ জন্ম।

রামচরন খৌবাগোছব সত্র। শ্রীরাম আইত গুড়ি সত্র, ববযদু মনি বাংশবারী সত্র। সরু যদুমনি গজলা সত্র। পুরুষোত্তম কাঠ পার সত্র। সনাতন নগবীয়া সত্র। মুরারী চবাই বাহি সত্র। অনিরুদ্ধ মায়ামরা সত্র। নারায়ন দহবরিয়া সত্র। পরমানন্দ — হাবুন্দ সত্র। বামচরন ইকরাজান সত্র। দলৈ পো। সনাতন উজনীয়া সত্র।

৺ শ্রীগোপাল দেবর নাতির পরা ৫ জনার ৫ খন সত্র হয়। যাদবা নন্দ দোকা চাপরি সত্র। মাধয়ানন্দ আগগুরি সত্র। দৈবকী নন্দন কলাকতা সত্র। স্বরূপানন্দ ধোপাবর সত্র, আরু নাচনি পার। রমানন্দ হেমার বারী সত্র।

বরযদুমনি দেবর পুত্র নাতির পরা ৭ খন সত্র হয়। যদুমনি দেবর পুত্র সনাতন, রতিকান্ত, শ্রীকান্ত। সনাত দেবর পরা দিহিং সত্র, রতিকান্ত দেব আনি বংশ বাড়ীতে থাকে, শ্রীকান্তদের নমাটি সত্র হয়। রতিকান্ত দেবর পুত্র উদিত বাম। উদিত রাম দেবর

পুত্র ৫ জন, তার ভিতরত গিরিধর দেৱ ধলর সত্র, কাম দেৱর আদি বাংশ বাড়ী সত্র, নৱবর দেৱ তৈল্য পানি সত্র, জগধর দেৱ, শরমরা সত্র। মুকুন্দদেৱ লেংগি সত্র

বর যদুমনিদেৱর আজ্ঞাপোরা সত্র—

রামাই চেছা সত্র, অনিরুদ্ধ কাংস পার সত্র, কানাই জুরকটা সত্র। অনুপাম মহরীয়াল সত্র—(ব্রাহ্মন)

রমাইর পরা মৈরা মরা, বুদবারী, বারেধর, কাটনি, কুরদৈ গুৰি আদি জকাই সত্র হয়।

আহত গুরি শ্রীরাম আতাৰ আজ্ঞাপৰ ধাপ কটা, ভাত মুৱাল, নাহর কটিয়া, ধোঞা পক্কিয়া।

সরু যদুমনি দেৱ গজলার আজ্ঞা পর মদার গুরি, পুথি পঢ়া, সোনারি পার, আমতলা, এই চারি খন সত্র হয়।

---

বর বারে জন।

৺ শ্রীপুরুষোত্তম ঠাকুর দেৱর আজ্ঞাপর।—

শ্রীকৃষ্ণ বা বাপুকৃষ্ণর পরা এলেঙ্গি সত্র হয়। এখের পুত্র পৌত্রানু ক্রমে লেটুৰ গাওঁ, মদারগুৰি, তকৌ বারী আদি আৰু কেখন মান সত্র বৃদ্ধি হয়। হরিচরন শাওঁ কুছি সত্র, কমললোচন কাঠ বাপু বা কাঠর সত্র, মুরারী বেঙ্গেনা আতি, কৃষ্ণ চৰন চুপহা সত্র, কমললোচন থকরী-য়াল সত্র, কেশৱ করচুঙ্গ সত্র, গোপীনাথ চেকেরা তলি,

বাসুদেৱ চতনিয়া সত্ৰ, ৰাম কৃষ্ণ গোমোঠা সত্ৰ, ভাগতিৰ পো পৰমানন্দ ৰতন পুৰ সত্ৰ, পৰশুৰাম পুনিয়া সত্ৰ আৰু ফুলবাড়ী সত্ৰ হয়।

সৰু বাৰ জন।

৺ শ্ৰীচতুৰ্ভূজ ঠাকুৰ দেৱৰ আজ্ঞা পৰ।

দেউৰাম বৰগাওঁ সত্ৰ, জয় কৃষ্ণ খেৰকটীয়া সত্ৰ, জয়কানাই গোভিৰ সত্ৰ, গোপীনাথ-কাটৈয়ে মাৰি সত্ৰ, মুকুন্দ হালধি আটি সত্ৰ, ৰত্নাকৰ শলগুৰি সত্ৰ, গোবিন্দ বিহাৰ পুৰ সত্ৰ, ৰামভদ্ৰ নাহনি পাৰ সত্ৰ, কানাই চুঙ্গাপাৰ সত্ৰ, কানু উজনীয়া সত্ৰ, সনাতন বেলশিৰিয়া সত্ৰ। কৃষ্ণ ঘৰকটিয়া সত্ৰ।

৺ শ্ৰীবংশী-গোপাল দেৱৰ পৰা বড়া সত্ৰ-

মিশ্ৰদেৱ--কুৰুৱাবাহী সত্ৰ, জয়হৰি দেৱ বা লক্ষ্মিকান্ত গড় মূৰ সত্ৰ, কৃষ্ণ চন্দ্ৰ ডিফলু সত্ৰ, নিৰঞ্জন দেৱ বা নিৰঞ্জন পাঠক - আউনী আটী সত্ৰ, লক্ষ্মী দেৱ দেবেৰা পাৰ সত্ৰ, অৰ্জুন দেৱ-নচাপৰি সত্ৰ, গতিদেৱ শ্ৰবনী সত্ৰ, হৰি সৰপুষ্কুৰীয়া সত্ৰ, দামোদৰ-জখলা বন্ধা সত্ৰ।

চতুৰ্ভুজ ঠাকুৰ দেৱৰ ভগ্নী গোবিন্দ প্ৰিয়াৰ গৰ্ভত ৰাম গতি চৌধুৰীৰ পুত্ৰ দামোদৰ, সেই দামোদৰ স্থাপিত ১২ জন -

ৰাম চৰন কৌপাতি সত্ৰ, ৰতিকান্ত নেপালি সত্ৰ, গোপী কান্ত নলতিয়াল সত্ৰ, ৰঘুপতি লক্ষীপুৰ সত্ৰ, হৰিচৰণ

মিচিমি আটি সত্র, পরমানন্দ কথোর গ্রাম, রাম শোভন—নাচপার সত্র, হরি গতি—করতি সত্র, কৃষ্ণ—শাল মরিয়া সত্র, কৃষ্ণ গহন—পশাড়ি দিয়া, পরমানন্দ বটর গঞা সত্র, জয় গোবিন্দ—গমতিয়া সত্র।

শঙ্করদেবর পুত্র হরিচরণ ঠাকুরর পুত্র চতুর্ভুজ ঠাকুরব ভগ্নিক বড়ুবা চৌধুবীত দিয়া দিলে, তেওঁরে পুত্র দামোদর, দামোদবর পুত্র বামাকান্ত, সেই রামাকান্তর পরা নরোরা সত্র হয়।

পুরুষুত্তম ঠাকুরর কন্যাক নিরঞ্জন চৌধুরিলৈ বিয়া দিলে, তেওঁর পুত্র চক্রপানী, সারেঙ্গ পানী, চক্রপানীর পবা চাম গুরি, সারেঙ্গ পানীর পবা দীঘলী সত্র হয়।

ববঠাকুরর কন্যা সুভদ্রাক রাম গতিলৈ বিবাহ দিয়ে তেওঁর পুত্র অনন্তরাম, সেই অনন্ত বামেই শলগুরি সত্র হয়। তেওঁবে সরুজনা ভার্য্যার পুত্রর পরা কোরা সরা সত্র হয়।

৺শ্রীশঙ্কর দেরর দিবসত সংহতি বিভাগ হোরা নাছিল।

শঙ্করস্য মতে সম্যক ত্রিধা ভেদো ভবিষ্যতি।
ব্রহ্ম সংহতিকা কেচিৎ পুরুষঃ সংহতি স্তথা।
কাল সংহতিকা চৈব ভগবত পাদ সেবকা॥

৺শ্রীমাধব দেরর দিবসর পরা তিনি সংহতি মতে ত্রি সংহতির যি গরাকী সেই মতেই মাধবদেৱে বিভাগি দিছে।

পূর্ব্বে এই ধর্ম্ম শ্রীনারয়ণ পূর্ণ কৃষ্ণ ভগবন্তে যত মার আগত প্রকাশ করিছিল এই ধর্ম্ম যিযি লগ হৈ গুরু শিষ্যে শুনিছিল সেই অংশেই সেই শিষ্য সেই গুরু উভয়ে সঙ্গ হৈ অরতাব ধরি ধর্ম্ম প্রবর্ত্তোৱা অনুসারেই সংহতি বিভাগ হয়। ধর্ম্মর সম্বন্ধত শিষ্য গুরু উভয়ে সঙ্গ হৈ আহি ধর্ম্ম প্রচার করাকে "সংহতি" বোলে। "সংহতি কার্য্য সাধিকা" সঙ্গ নহলে কোনো কার্য্য নহয়— সেই বাবেই পূর্ব্বেই কলিত ধর্ম্মকার্য্য সাধিবর নিমিত্তে সঙ্গ হৈ অহাই সংহতি॥

সনক সনন্দ আদি চাৰি সিদ্ধক শ্রীনারায়ণে যি ভক্তিৰ তত্ব শিক্ষা দিছিল ব্রহ্মার পুত্র সেই চারি সিদ্ধে চাৰিয়ো চাৰিব সঙ্গ হৈ আহি অবতার হৈ শঙ্কর মাধৱ দেৱত ধর্ম্ম ধৰিছে। কৃষ্ণদেৱক দেৱতা বোধে ভাগৱতত্ত্ব কাষ্ঠা দেখাই যি ধর্ম্ম প্রবর্ত্তাইছে; সেই ব্রহ্ম সংহতি। আরু ব্রহ্মারপুত্র বাবে ব্রহ্ম সংহতি। (চারি সত্রিয়া সকল)

স্বয়ং শ্রীকৃষ্ণভগবন্তই শ্রীশঙ্করদেৱ মহাপুরুষ অৱতার হয়। পূর্ব্বে পূর্ণকৃষ্ণ ভগৱন্তে পদ্মকল্পত যি ভক্তির তত্ব কৈছিল সেই ভক্তি শ্রোতা চাৰিজন সঙ্গ হৈ মাধৱদেৱে নামত কাষ্টায়ে কৃষ্ণদেৱক দেৱতা বোধে যি ভক্তি প্রবর্ত্তাইছে সেয়ে পুরুষ সংহতি। পুরুষোত্তম ঠাকুর, নারায়ন দাস ইত্যাদি।

অনন্ত শয্যাত পুর্ন কৃষ্ণ বা কাল কৃষ্ণই পাতাল পুরত

মিটিমি আটি সত্র, পরমানন্দ কথোর গ্রাম, রাম গোভন—নাচপার সত্র, হরি গতি—করতি সত্র, কৃষ্ণ—শাল মরিয়া সত্র, কৃষ্ণ গহন—পশাড়ি দিয়া, পরমানন্দ বটর গঞা সত্র, জয় গোবিন্দ—গমতিয়া সত্র ।

শঙ্করদেবর পুত্র হরিচরণ ঠাকুরর পুত্র চতুর্ভুজ ঠাকুরর ভগ্নিক বড়ুবা চৌধুরীত বিয়া দিলে, তেওঁরে পুত্র দামোদর, দামোদরর পুত্র রামাকান্ত, সেই রামাকান্তর পরা নরোরা সত্র হয় ।

পুরুষুত্তম ঠাকুরর কন্যাক নিরঞ্জন চৌধুরিলৈ বিয়া দিলে, তেওঁর পুত্র চক্রপানী, সারেঙ্গ পানী, চক্র পানীর পরা চামেগুরি, সারেঙ্গ পানীর পরা দীঘলী সত্র হয় ।

ররঠাকুরর কন্যা সুভদ্রাক রাম গতিলৈ বিবাহ দিয়ে তেওঁর পুত্র অনন্তরাম, সেই অনন্ত রামেই শলগুরি সত্র হয় । তেওঁরে সরুজনা ভার্য্যার পুত্রর পরা কোরা মরা সত্র হয় ।

৺শ্রীশঙ্কর দেরর দিবগত সংহতি বিভাগ হোরা নাছিল ।

শঙ্করস্থ মতে সমাক ত্রিধা ভেদো ভবিষ্যতি ।
ব্রহ্ম সংহতিকা কেচিৎ পুরুষঃ সংহতি স্তথা ।
কাল সংহতিকা চৈব ভগরত পাদ সেবকা ॥

৺শ্রীমাধর দেরর দিবগর পরা তিনি সংহতি মতে যি সংহতির যি গরাকী সেই মতেই মাধরদেরে বিভাগি দিছে ।

পূর্ব্বে এই ধর্ম্ম শ্রীনারয়ন পূর্ণ কৃষ্ণ ভগৱন্তে যত সার আগত প্রকাশ করিছিল এই ধর্ম্ম যিযি লগ হৈ গুরু শিষ্যে শুনিছিল সেই অংশেই সেই শিষ্য সেই গুরু উভয়ে সঙ্গ হৈ অৱতাৰ ধরি ধর্ম্ম প্রবর্ত্তোৱা অনুসারেই সংহতি বিভাগ হয়। ধর্ম্মর সম্বন্ধত শিষ্য গুরু উভয়ে সঙ্গ হৈ আহি ধর্ম্ম প্রচার করাকে "সংহতি" বোলে। "সংহতি কার্য্য সাধিকা" সঙ্গ নহলে কোনো কাৰ্য্য নহয়– সেই বাবেই পূর্ব্বেই কলিত ধর্ম্মকার্য্য সাধিবর নিমিত্তে সঙ্গ হৈ অহাই সংহতি॥

সনক সনন্দ আদি চাৰি সিদ্ধক শ্রীনারায়নে যি ভক্তিৰ তত্ত্ব শিক্ষা দিছিল ব্রহ্মার পুত্র সেই চারি সিদ্ধে চাৰিয়ো চাৰিৰ সঙ্গ হৈ আহি অবতার হৈ শঙ্কর মাধৱ দেৱত ধর্ম্ম ধৰিছে। কৃষ্ণদেৱক দেৱতা বোধে ভাগৱতত্ত কাষ্ঠা দেখাই যি ধর্ম্ম প্রবর্ত্তাইছে; সে ব্রহ্ম সংহতি। আরু ব্রহ্মারপুত্র বাবে ব্রহ্ম সংহতি। (চারি সত্রিয়া সকল)

স্বয়ং শ্রীকৃষ্ণভগৱন্তই শ্রীশঙ্করদেৱ মহাপুরুষ অৱতার হয়। পূর্ব্বে পূর্ণকৃষ্ণ ভগৱন্তে পদ্মকল্পত যি ভক্তির তত্ত্ব কৈছিল সেই ভক্তি শ্রোতা চাৰিজন সঙ্গী হৈ মাধৱদেৱে নামত কাষ্টায়ে কৃষ্ণদেৱক দেৱতা বোধে যি ভক্তি প্রবর্ত্তাইছে সেয়ে পুরুষ সংহতি। পুরুষুত্তম ঠাকুর, নারায়ন দাস ইত্যাদি।

অনন্ত শয্যাত পূর্ণকৃষ্ণ বা কাল কৃষ্ণই পাতাল পুরত

যি ভক্তির তত্ত্ব কৈছিল, সেই ভক্তি তত্ত্ব শ্রোতা ৪ জন সঙ্গর সঙ্গি হৈ গোপাল আতাত ভক্তি লভিছে। গোপাল আতা সেই কাল পুরর পূর্ণ কৃষ্ণই গোপাল অবতার হৈ কৃষ্ণ দেবক দেবতা বোধে গুরুত কাষ্টা দেখাই যি ভক্তি প্রবর্ত্তাইছে সেয়ে কালসংহতি। বর যদুমনি, শ্রীরাম আতা ইত্যাদি। এই তিনি সংহতিয়েই মূল।

আচার ব্যবহার নীতি সদাচার রক্ষার নিমিত্তে মাধব দেবর দিবনত নিকা সংহতি সৃষ্টি হয়। "রোহিনী তনয়ো ভাবি মাধবো নাম নঃ কলৌ।" রোহিণীর পুত্র বলভদ্র স্বয়ং আহি মাধব দেব অবতার হয়। আচার, নীতি সদ সদাচার নহলে ভক্তির অঙ্গ পূর্ণ বা ভক্তি সিদ্ধিনহয় সেই বাবেই মাধদেবে নিকা সংহতি সৃষ্টি করিলে। বড়ু লাআতা, মথুরা দাস ইত্যাদি নিকা সংহতি।

ঈশ্বরর সত্ব, রজ তম তিনি গুন। ব্রহ্মা, বিষ্ণু, রুদ্র রূপে এই তিনি গুণতে স্রজন, পালন, সংহারন হয়। মহাপুরুষীয়া ধর্ম্মর সৃষ্টিও তিনি গুনে তিনি সংহতি, সেনে ব্রহ্ম, পুরুষ, কাল, এই তিনি সংহতিতে ধর্ম্ম প্রবর্ত্তিত হয়। নাম গুরু দেব ভকত বা ভাগবত চারিটী সংহতির ৪ কাষ্ঠা। যেই সেই সংহতিয়েই এই চারি বিধ পরিত্যাগ করিব নোবারে। নাম গুরু দেব ভকত ভাগবত ভক্তি মার্গত সকলোরে প্রয়োজন, নহলে ভক্তি পূর্ণ নহয়। চারিও সংহতিত ইমানকে পৃথক দেখা যায় যে যার যি কাষ্ঠা সেই

কাষ্ঠা অনুসারে আগপিছ করে। ভাগবত বা ভকতত্ত কাষ্ঠাত ভকত ভাগবতক আগ কৰে, নামত কাষ্ঠাৰ নাম আগ, গুৰুত কাষ্ঠাৰ গুৰু আগ, সংহতি অনুসাৰে আগ পাছ মাত্র, এই চারি বস্তুক কোনেও এৰিব নোৱাৰে।

জন্ম মাত্রেই মানুহে বাল্য, যুবা, বৃদ্ধ এই তিনটা অ-বস্থা প্রাপ্ত হবই লাগিব। এই তিনি অবস্থা প্রাপ্তনহৈ আধা বয়সত মৃত্যু হলে তার জন্ম পূর্ণ নহয়। ভক্তিপন্থ টো ব্রহ্ম, পুরুষ, কাল এই টিনটি নহলে ভক্তি পূর্ণ নহ য়; যেনে কাল সংহতিৰ গুৰুত কাষ্ঠা কিন্তু গুৰু নহলে ভ ক্তি সিদ্ধি কারো নহয়।

এই তিনি সংহতির তিনি সম্প্রদা অনুসারে ভক্তি হৈছে। যেনে শ্রীনাৰায়নে ব্রহ্মাক চাৰিটী শ্লোকেৰে ভক্তি কৈছে, ব্রহ্মায় নারদক ছয়টি শ্লোকেরে কৈছে, নারদে ব্যাসক ৮ টী শ্লোকেৰে কৈছে, ব্যাসে শুকক ১০ শ্লোকেরে কৈছে, শুকে পরিক্ষীতক ১২ শ্লোকেরে কৈছে। এই বার শ্লোকে ১২ স্কন্ধ ভাগবত, এইয়ে নারদী সম্প্রদা, ব্রহ্মায় নারদক কোৱাৰ বাবে বিরিঞ্চি সম্প্রদাও বোলে।

ব্রহ্মার আগত যেতিয়া শ্রীনারায়নে কয়, তেতিয়া এই কথা অনন্তই শুনিলে, অনন্তে চাৰি সিদ্ধক কলে। চারি সিদ্ধে সাংখ্যায়নক কলে, সাংখ্যায়নে দ্বৈপায়নক কলে দ্বৈপায়নে বিদুৰক কলে, এইয়ে পাতালি সম্প্রদা অনন্তে চাৰিসিদ্ধক কোৱার বাবে অনন্তি সম্প্রদাও বোলে।

যি ভক্তির তত্ত্ব কৈছিল, সেই ভক্তি তত্ত্ব শ্রোতা ৪ জন সঙ্গর সঙ্গি হৈ গোপাল আতাত ভক্তি লভিছে। গোপাল আতা সেই কাল পুরর পূর্ণ কৃষ্ণই গোপাল অবতার হৈ কৃষ্ণ দেবক দেবতা বোধে প্রকৃত কাষ্ঠা দেখাই যি ভক্তি প্রবর্ত্তাইছে সেয়ে কালসংহতি। বর বদুমনি, শ্রীরাম আতা ইত্যাদি। এই তিনি সংহতিয়েই মূল।

আচার ব্যবহার নীতি সদাচার রক্ষার নিমিত্তে মাধব দেবর দিবনত নিকা সংহতি সৃষ্টি হয়। "রোহিনী তনয়ো ভাবি মাধবো নাম সঃ কলৌ।" রোহিণীর পুত্র বলভদ্র স্বয়ং আহি মাধব দেব অবতার হয়। আচার, নীতি সদ সদাচার নহলে ভক্তির অঙ্গ পূর্ণ বা ভক্তি সিদ্ধিনহয় সেই বাবেই মাধবদেবে নিকা সংহতি সৃষ্টি করিলে। বদু লাআতা, মথুরা দাস ইত্যাদি নিকা সংহতি।

ঈশ্বরর সত্ত্ব, রজ তম তিনি গুন। ব্রহ্মা, বিষ্ণু, রুদ্র রূপে এই তিনি গুণতে সৃজন, পালন, সংহারন হয়। মহাপুরুষীয়া ধর্ম্মর সৃষ্টিও। তিনি গুনে তিনি সংহতি, সেনে ব্রহ্ম, পুরুষ, কাল, এই তিনি সংহতিতে ধর্ম্ম প্রবর্ত্তিত হয়। নাম গুরু দেব ভকত বা ভাগবত চারিটী সংহতির ৪ কাষ্ঠা। যেই সেই সংহতিয়েই এই চারি বিধ পরিত্যাগ করিব নোবারে। নাম গুরু দেব ভকত ভাগবত ভক্তি মার্গত সকলোরে প্রয়োজন, নহলে ভক্তি পূর্ণ নহয়। চারিও সংহতিত ইমানকে পৃথক দেখা যায় যে যার যি কাষ্ঠা সেই

কাষ্ঠা অনুসারে আগপিছ করে। ভাগবত বা ভকতত কাষ্ঠাত ভকত ভাগবতক আগ কবে, নামত কাষ্ঠাব নাম আগ, গুরুত কাষ্ঠাব গুরু আগ, সংহতি অনুসাবে আগ পাছ মাত্র, এই চারি বস্তুক কোনেও এরিব নোৱারে।

জন্ম মাত্রেই মানুহে বাল্য, যুবা, বৃদ্ধ এই তিনটা অবস্থা প্রাপ্ত হবই লাগিব। এই তিনি অবস্থা প্রাপ্ত নৈহে আধা বয়সত মৃত্যু হলে তার জন্ম পূর্ণ নহয়। ভক্তিপন্থ টো ব্রহ্ম, পুরুষ, কাল এই টিনটি নহলে ভক্তি পূর্ণ নহয়; যেনে কাল সংহতিব গুরুত কাষ্ঠা কিন্তু গুরু নহলে ভক্তি সিদ্ধি কারো নহয়।

এই তিনি সংহতির তিনি সম্প্রদা অনুসারে ভক্তি হৈছে। যেনে শ্রীনাবায়নে ব্রহ্মাক চাবিটী শ্লোকেবে ভক্তি কৈছে, ব্রহ্মায় নারদক ছয়টি শ্লোকেরে কৈছে, নারদে ব্যাসক ৮ টী শ্লোকেবে কৈছে, ব্যাসে শুকক ১০ শ্লোকেরে কৈছে, শুকে পরিক্ষীতক ১২ শ্লোকেরে কৈছে। এই বার শ্লোকে ১২ কন্ধ ভাগবত, এইয়ে নারদী সম্প্রদা, ব্রহ্মায় নারদক কোৱাব বাবে বিরিঞ্চি সম্প্রদাও বোলে।

ব্রহ্মার আগত যেতিয়া শ্রীনারায়নে কয়, তেতিয়া এই কথা অনন্তই শুনিলে, অনন্তে চাবি সিদ্ধক কলে। চারি সিদ্ধে সাংখ্যায়নক কলে, সাংখ্যায়নে দ্বৈপায়নক কলে দ্বৈপায়নে বিদুবক কলে, এইয়ে পাতালি সম্প্রদা অনন্তে চাবিসিদ্ধক কোৱার বাবে অনন্তি সম্প্রদাও বোলে।

হংসনাৰায়নে শিৱক কলে, শিৱই পাৰ্ব্বতীক কলে, পাৰ্ব্বতীয়ে নন্দীভৃঙ্গিক কলে, নন্দীভৃঙ্গিয়ে বালখিল্য ঋষি সকলক কলে, ঋষি সকলে পত্নীসকলক কলে, সেই ভাগকে সুতে নৈমিষাৰন্যত ২৮ শ সহস্র ঋষিক কলে, এইয়ে শিৱ সম্প্রদা।

এই তিনি সম্প্রদায়ব ধৰ্ম্ম ধাৰী আৰু চাৰিও সংহতিত যিমান সন্ত আছে সকলোৱে মিলি এটকা মহন্ত হয়।



দ্বিতীয়

অৰোপি সন্ন ব্যয়ত্মা ভুতানামপি শ্বৰো পিসন।

প্ৰকৃতিং স্বামধিষ্ঠায় সম্ভবাম্যাত্ম মায়য়া॥

ঈশ্বৰ কৃষ্ণই গীতাত কৈছে মই জন্ম ৰহিত, গোটেই জগতৰ ঈশ্বৰ হৈয়ো প্ৰকৃতিৰ আশ্ৰয়ত দেহ ধাৰণ কৰি অৱতাৰ হওঁ।

জন্ম কৰ্ম্মচ মে দিব্য মেবং যো বেত্তি তত্বতঃ।

ত্যক্ত্বা দেহং পুনৰ্জ্জন্ম নৈতি মামেতি সোহৰ্জ্জুন॥

মোৰ স্ব ইচ্ছায় জন্ম ধৰা, অলৌকিক ধৰ্ম্ম পালন ৰূপ কৰ্ম্মবোৰ যি যথাৰ্থ ৰূপে জানিব পাৰে তেওঁৰ পুনৰ জন্ম নহয়, তেওঁ মোক পায় মুক্ষ লাভ কৰে। এতেকে যি সকলে পুনঃ জন্ম নধৰি সদ্গতি লাভৰ কামনা কৰে সেই সকলে ঈশ্বৰ অৱতাৰৰ সকলো জন্ম কৰ্ম্ম লীলা বিশেষ ৰূপে জ্ঞাত থাকিব লাগে সেয়ে নহলে মুক্ষ লাভ কৰিব নোৱাৰে।

শ্ৰেয়ান স্বধৰ্ম্মো বিগুনঃ পৰধৰ্ম্ম স্বনুষ্ঠিতাৎ।

স্বধৰ্ম্মে নিধনং শ্ৰেয় পৰধৰ্ম্মো ভয়া বহ॥

পৰধৰ্ম্ম যদি সুন্দৰ ৰূপে প্ৰতি স্থিতহয় আৰু স্বধৰ্ম্মৰ যদি কোনো আঙ্গহিনোহয় তথাপি স্বধৰ্ম্মক বিশ্বাস কৰিব। স্বধৰ্ম্মত থাকি মৃত্যু হলে সদগতি পায়। পৰ ধৰ্ম্মত মৃত্যু হলে নৰক গামি হয়।

শঙ্কৰ দেৱৰ শুদ্ধ সনাতন ধৰ্ম্মত এক দেউ এক

সেউ একবিনে নাই কেউ, একমাত্র ঈশ্বরত শরণর বাজে আন নাই।

ঘোষা-একখনি মাত্র শাস্ত্র নিষ্ট, দৈৱকী নন্দনে কৈলেযাক দেৱো এক মাত্র দৈবকী দেবীর সুত।

দৈবকী পুত্রর পদ সেৱা, কর্ম্মো এক মানে এহি মাত্র, মন্ত্রো এক মাত্র তান নাম অদভুত॥

এতেকে কৃষ্ণ দেৱত বাজে আনদের আরু নাই। যি অন্য দেৱতাক বিশ্বাস করি আন ধর্ম্মর মন্ত্র গ্রহণ কৰে তাব গতি লাভ নহয়। মনুষ্যর স্বধর্ম্ম কৃষ্ণ দেৱক দেৱতা বোধে কৃষ্ণর নামলৈ গুৰুত শৰণ ভজন ভক্তি পরমার্থ বিচাব করি লোৱা। ঈশ্বরে কৈছে—

সৰ্ব্ব ধর্ম্মান পরিত্যাজ মামেকং শরণং ব্রজ।

অহং ত্বাং সৰ্ব্ব পাপেভ্যো মুক্ষয়িষ্যামি মা শুচঃ

সকলো ধর্ম্ম পরিত্যাগ করি কেৱল মাত্র মোর শরণ লোৱা তেতিয়া তোমাক সকলো পাপর পরা রক্ষা করি মুক্ষ দিম। কিন্তু এতিয়া কৃষ্ণক পোৱা নেযায়, গুরুতে কৃষ্ণর রূপ ধ্যান করি, গুরুকেই কৃষ্ণ ভাবি শরণ ললেই ঈশ্বর কৃষ্ণই পাপর পরা পরিত্রান করিব। সেইবাবে সকলো ধর্ম্মকে পরিত্যাগ করি শঙ্করদেৱে শৰণকে সার করি ধর্ম্মাচার্য্য গুরু সকলত শরণ দিয়ার ভাব অর্পনা করি যায়। সেই উপলক্ষে প্রথমতে গুরুত শরণ লয় সেই শরণীয়া গুরুকে দৃঢ় ভক্তি রাখিলে মৃত্যু সময়ত ভৱ সাগর পার

কৰিবৰ কাৰণে গুৰুৰূপে ভগৱন্ত আহি কাণ্ডাৰি হৈ পাৰ-কৰে।

পুৰুষোত্তমৰ প্রেম, ভকতি সুখক মাত্র-
নিশ্চয় কৰিল যিটো জন।
শৰণ কালৰ পৰা, বিধিৰ কিঙ্কৰ গুছি,
কৰে সদা শ্রবন কীর্ত্তন।

ভগৱন্ত প্রতি প্রীতিভক্তিৰ সুখক যি জনে সাৰ মানি গুৰুত শৰণ লয়, সেইদিনাৰ পৰা লিখনৰ পৰাও মুক্ত হৈ হৰি নাম শ্রবন কীর্ত্তন কৰি হৰি পৰায়ণ হব পাৰে।
গুৰুকে হৰি, নিত্য নিৰঞ্জন ৰাম, কৃষ্ণ, অভয় চৰণ ভাবি তিনি সত্য কৰি সপ্ত বাৰ দণ্ডৱত হৈ গুৰুৰ মুখে কৃষ্ণ মন্ত্র গ্রহণ নকৰিলে মনুষ্য শৰীৰ পবিত্র নহয় এতেকে মনুষ্য মাত্রেই গুৰুত শৰণ লব লাগে। শৰণ নহলে ঈশ্বৰে তাৰ দ্রব্য গ্রহণ নকৰে। তাৰ প্রমান নাৰদ মহর্ষি হৈয়ো কৃষ্ণ মন্ত্র গ্রহণ নকৰালকে অশুচি আছিল। অসৰণীয়া নাৰদক দেখি চাণ্ডালিনীয়ে গৰু মুৰ এটা দি অন্নক ধাকস দিছিল।

এৰাঁ ঘটৰ জল যেনেকৈ স্রবি যায় শৰণ হীন মনুষ্য-ৰো তেনেকৈ সকলো ধৰ্ম্ম নষ্ট পায়। কায় বাক্য মনে গুৰু মুখে কৃষ্ণ মন্ত্র গ্রহণ কৰি এক কৃষ্ণ দেৱক আশ্রয় লোৱাকে শৰণ বোলে।
শৰণ তিনি বিধ যেনে প্রথম, মধ্যম, আৰু উত্তম। আন ধৰ্ম্ম, আনদেৱ, আন তীৰ্থত বিশ্বাস এৰি এক কৃষ্ণ দেৱক

আশ্রয় করিলে তাকে প্রথম শরণ বোলে। গো মহিষ ধন জন পুত্র দারাদি সকলোকে ঈশ্বরত অর্পনা করি কৃষ্ণক আশ্রয় করিলে তাকে মধ্যম শরণ বোলে। সকলো আশা দূঢ় করি এক মাত্র ঈশ্বরত চিত দিঢ় করি সংসার অসার জ্ঞান করাকে উত্তম শরণ বোলে। উত্তম সরণীয়া ভক্তে তিনিও ভুবন পবিত্র করিব পারে। ইয়ার ফল ৺শ্রীমাধব দেৱে লেখিছে।

হরিচরণত শরণ লৈলো
মানবী জনম সাফল কৈলো
গোপাল গোবিন্দ যদুনন্দন
কৃষ্ণর চরণে লৈলো শরণ।
রাঘবর অভয় চরণে,
সত্যে সত্যে পশিলো শরণে।
হরি ও হরি চরণে লাগো।
অভয় চরণে শরণ মাগো।
রাম রঘু পতি রঘুনন্দন
তোমার চরণে লৈলো শরণ

গুরুর ওছরত যাক লৈ এই মানবী জনম সাফল করিব পারে সেয়ে শরণ। শরণ নহলে গতি পাব নোৱারে। শরণ চারিটি—গুরুত শরণ, নামত শরণ, ভক্ত ত শরণ। দেৱত শরণ শরণীয়া গুরু শিষ্য উভয়ে পরিচয় হলে জীৱ গুচি শিৱ হয় আরু শিষ্য গুরু দুইরো একে

কায় গুরু পরমাত্মা, শিষ্য জীৱ আত্মারূপী হোৱাকে উত্তম শৰণ বোলে এনে শরণত জীৱর পুন জন্ম নহয়।

ইয়ার বাক্যে মাটিবা শিলর প্রতিমাক ঈশ্বর বুদ্ধি করি পূজা করা ভুল হয়। শঙ্কর দেৱে কীৰ্ত্তনর ধ্যান বর্ণত ধ্যানর বিষয়ে যি বিবরণ লেখিছে সি মাত্র মানসিক ধ্যানহে। ঈশ্বৰ চিন্তার কারণে প্রথমে এটি রূপ চিন্তা করিব লাগে যেনে—ভাই মুখে বোলা রাম হৃদয়ে ধরা রূপ এতেকে মুকুতি পাইবা কহিলো স্বরূপ। অজ্ঞান লোক সমূহক ব্রহ্মজ্ঞান দিবৰ অৰ্থে ব্রহ্মাৰ রূপ বর্ণনা কৰি এনে জ্ঞান শিক্ষা দিছিল কিন্তু শিলর মাটিৰ রূপ প্রতিমাক তেনে ধ্যান কৰিবলৈ নহয়।

অব্যক্ত ঈশ্বর হরি, কিমতে পূজিবো তাঙ্ক,
ব্যাপকত কিবা বিসর্জ্জন।
এতারন্ত মূৰ্ত্তি শূণ্য, কেন মতে চিন্তি বাহা,
রাম বুলি শুদ্ধ কৰা মন।

এই ঘোষার দ্বারা সমষ্ট বুজা যায় যে কেৱল নাম কীৰ্ত্তনর বাক্যে মূৰ্ত্তিও উপাসনাদি বৰ্জ্জিত। ঈশ্বর নি-রাকার, নির্ব্বিকাৰ চৈতন্য স্বরূপ কেৱল ভক্তর নিমিত্তে তেওঁ সাকার আরু সগুণ। নহলে অল্প বুদ্ধি মানুহে নিরাকার নিগুর্ণ ব্রহ্মক ধারণা করিব নোৱারে। ঈশ্বর নিৰাকার বুলিও একে বারে শূণ্য নহয়। শাস্ত্র মতেও তেওঁর রূপ আছে কিন্তু ধৰ্ম্ম চক্ষুরে তাকে দেখা পাব

নোৱাৰে। সাধুৰ সঙ্গত অন্তৰ তন্ময় হৈ ভক্তিত দিব্য চক্ষু মেল খালহে এই রূপ দর্শন কৰা যায়।

দেৱতা সকলৰ পূজা লুপ্ত হোৱাতে তেওঁ বোলাকে খাবলৈ নেপায় ঈশ্বৰক স্তুতি মিনতি কৰাত নাৰায়ণে শিবৰ দ্বাৰাই আগম শাস্ত্র খানি কৰাই অবিদ্যা কুযঃ জীৱ বিলাকক সংসাৰত লুপ্ত কৰিবৰ কৰণে আৰু দেৱতা সকলৰ পূজা কৰাবৰ নিমিত্তেই তন্ত্র শাস্ত্র সৃষ্টি কৰে। সেই বাবেই অনানশ্য কীয় সোম, যোগ, যাগ পূজা আদি নানা কর্ম্মত্যাগ কৰি কেৱল ভক্তিকে" সঙ্কৰ মাধৱ দেৱে" শ্রেষ্ঠ কৰি ঘোষাত লিখিছে। যেনে—

কেৱল ভকতি, পুৰুষক তাৰে
সহায় কাকো নচাৰে।
জ্ঞান কর্ম্ম যোগে, তাৰিতে নপাৰে
ভকতি নপাৰে যাৰে।

একাদশ স্কন্ধত লিখিছে—

মই বিনে বেদে কিছু আন নব খানে।
চাৰিও বেদৰ তত্ত্ব অর্থ এহি মানে॥
যাৰ যেন মতি কৰে বেদক বাখ্যান।
নিজ ধর্ম্ম ভকতিক তেজি বুজে আন॥
কেহু বোলে বেদ কৰে যত্ত ব্রত দান।
কতো বোলে ক্ষুদ্র দেৱ পূজ তীর্থস্নান।
কেহো বোলে বেদে কহে জ্ঞানতেসে গতি।

গুণৰ ইচ্ছাই বুজে যাৰ যেনে মতি॥

বেদে নানা পথ দেখাই কৰ্ম্ম কৰাই কিন্তু তেনে কৰ্ম্মত যাৰ বিশ্বাস নেই জনৰ প্ৰতি যোমাত লিখিছে।

কৰ্ম্মত বিশ্বাস যাৰ, হিয়াত থাকন্ত হৰি,
অতিশয় দূৰ হন্ত তাৰ,
দূৰতো বিদুৰ হোন্ত তাৰ।
অহঙ্কাৰ থাকন্তেয়ো, সাক্ষাতে কৃষ্ণক পাৱে
শ্ৰৱন কীৰ্ত্তন ধৰ্ম্ম যাৰ।

যিজনে কৰ্ম্মত বিশ্বাস কৰি হৃদিস্থিত ভগবানক চিনি জানি নলৱয়, তেওঁৰ হিয়াত হৰি থাকিও লুপ্ত হয় আৰু বহু দূৰ চলি যায় তেনে জনে ভগৱন্তক নেপায় অহঙ্কাৰী জনেও যদি শ্ৰৱন কীৰ্ত্তন ধৰ্ম্মবুলি জানি ৰতি কৰে তেন্তে তেওঁ ঈশ্বৰক পায়। ভক্ত সকলৰ কৰ্ম্মত অধিকাৰ নায়, কৰ্ম্মকৰিলেও ঈশ্বৰৰ তুষ্টৰ অৰ্থে কৰে, তাৰ ফল কামনা নকৰে, অপ্ৰাপ্তি দ্ৰব্যক প্ৰাপ্তিৰ ইচ্ছা নকৰে আৰু প্ৰাপ্তিৰ দ্ৰব্যকো ৰক্ষাৰ যত্ন নকৰে। জ্ঞানী লোকে কৰ্ম্মৰ ফল ত্যাগ কৰি জন্ম বন্ধনৰ হাত সাৰে। ত্ৰিগুণাত্মক বেদে সকামি লোকক কৰ্ম্মৰ ফল প্ৰদান কৰে। যি দুখত দুখি সুখত স্পৃহা শূন্য মনৰ বাসনা ভোগ বিলাস পৰিহাৰ কৰি পৰমানন্দ স্বৰূপ আত্মাত সদাই তুষ্ট থাকি, ক্ৰোধ ভয় বৰ্জ্জিত কৰি ইন্দ্ৰিয় সকলক বশিভুত কৰিছে সেই জনৰ মনেই স্থিৰতা হয়, তেওঁৰে শান্তি, তেৱেই ব্ৰহ্ম জ্ঞান নিষ্ঠ

নোৱাৰে। সাধুৰ সঙ্গত অন্তৰ তন্ময় হৈ ভক্তিত দিব্য চক্ষু মেল খালহে এই রূপ দর্শন কৰা যায়।

দেৱতা সকলৰ পূজা লুপ্ত হোৱাতে তেওঁ বোলাকে খাবলৈ নেপায় ঈশ্বৰক স্তুতি মিংতি কৰাত নাৰায়ণে শিৱৰ দ্বাৰাই আগম শাস্ত্র খানি কৰাই অবিদ্যা কুমং জীৱ বিলাকক সংসাৰত লুপ্ত কৰিবৰ কৰণে আৰু দেৱতা সকলৰ পূজা কৰাবৰ নিমিত্তেই তন্ত্র শাস্ত্র সৃষ্টি কৰে। সেই বাবেই অনাবশ্যকীয় হোম, যোগ, যাগ পূজা আদি নানা কর্ম্মত্যাগ কৰি কেৱল ভক্তিকে" সঙ্কৰ মাধৱ দেৱে" শ্রেষ্ঠ কৰি ঘোষাত লিখিছে। যেনে—

কেৱল ভকতি, পুৰুষক তাৰে
সহায় কাকো নচাৰে।
জ্ঞান কর্ম্ম যোগে, তাবিতে নপাৰে
ভকতি নপাৰে যাৰে।

একাদশ স্কন্ধত লিখিছে—

মই বিনে বেদে কিছু আন নব খানে।
চাৰিও বেদৰ তত্ত্ব অর্থ এহি মানে॥
যাৰ যেন মতি কৰে বেদক বাখ্যান।
নিজ ধর্ম্ম ভকতিক তেজি বুজে আন॥
কেহু বোলে বেদ কৰে যত ব্রত দান।
কতো বোলে ক্ষুদ্র দেৱ পূজ তীর্থস্নান।
কেহো বোলে বেদে কহে জ্ঞানতেসে গতি।

গুণর ইচ্ছাই বুজে যার যেনে গতি ॥

বেদে নানা পথ দেখাই কর্ম্ম করাই কিন্তু তেনে কর্ম্মত যার বিশ্বাস সেই জনৰ প্রতি যোমাত লিখিছে।

কর্ম্মত বিশ্বাস যার, হিয়াত থাকন্ত হরি,
অতিশয় দূৰ হন্ত তার,
দূৰতো বিদুৰ হোন্ত তার।
অহঙ্কাৰ থাকন্তেয়ো, সাক্ষাতে কৃষ্ণক পারে
শ্রবন কীর্ত্তন ধর্ম্ম যার।

যিজনে কর্ম্মত বিশ্বাস করি হৃদিস্থিত ভগবানক চিনি জানি নলরয়, তেওঁৰ হিয়াত হরি থাকিও লুপ্ত হয় আরু বহু দূর চলি যায় তেনে জনে ভগৱন্তক নেপায় অহঙ্কারী জনেও যদি শ্রবন কীর্ত্তন ধর্ম্মবুলি জানি রতি কনে তেন্তে তেওঁ ঈশ্বরক পায়। ভক্ত সকলর কর্ম্মত অধিকার নায়, কর্ম্মকরিলেও ঈশ্বৰর তুষ্টৰ অর্থে করে, তার ফল কামনা নকরে, অপ্রাপ্তি দ্রব্যক প্রাপ্তির ইচ্ছা নকৰে আরু প্রাপ্তিৰ দ্রব্যকো রক্ষার যত্ন নকৰে। জ্ঞানী লোকে কর্ম্মর ফল ত্যাগ করি জন্ম বন্ধনর হাত সাৰে। ত্রিগুণাত্মক বেদে সকামি লোকক কর্ম্মর ফল প্রদান কৰে। যি দুখত দুখি সুখত স্পৃহা শূন্য মনর বাসনা ভোগ বিলাস পৰিহার করি পরমানন্দ স্বরূপ আত্মাত সদাই তুষ্ট থাকি, ক্রোধ ভয় বর্জ্জিত করি ইন্দ্রিয় সকলক বশিভুত করিছে সেই জনর মনেই স্থিরতা হয়, তেওঁরে শান্তি, তেৰেই ব্রহ্ম জ্ঞান নিষ্ঠ

শুদ্ধ চিতৰ লোক সংসাৰত মোহ ত্যাগ কৰি মৃত্যু কালত ব্ৰহ্মত লয় হয় তেওঁৰ আৰু পুন জন্ম নহয়।

দ্বাদশ কন্ধত—

নছাৰে কৰ্ম্মৰ শোক দুখ এক দিনে।
জ্ঞানতো নাহিকে গতি ভকতি বিহনে॥
তপ যপ সন্ন্যাসে পৰম মহাদানে।
নপাৱে আমাক সখি যোগ মহা জ্ঞানে॥
কেৱল ভকতি একে মোক কৰে বশ্য।'

এক মাত্ৰ ঈশ্বৰত ভক্তিৰ বাজে আন কৰ্ম্ম সকলো অসাৰ কৰ্ম্ম ফল যি সকলে আশা কৰে সেই সকলে আন দেৱতাক পূজা কৰে। বৈষ্ণৱ সকলে কৰ্ম্মৰ ফল আকাঙ্ক্ষা নকৰে, পূৰ্ব্বজন্মৰ যি আৰ্জ্জি আছিছে সেয়ে হব তাত দুখ সুখ একো নাই কৰ্ম্ম বন্ধৰ ফল গুছাবও নোৱাৰে দিবও নোৱাৰে।

শিৱক আৰাধনা কৰিলে বিদ্যা উপাৰ্জ্জন হয়, গোসানিক পূজিলে সম্পতি হয়, সূৰ্য্যক আৰাধনা কৰিলে ৰোগ নাস হয় গণেশক পূজিলে বিঘ্ন নাশ হয়, বিষ্ণুক আৰাধনা কৰিলে মুক্তি পায়। আৰু যোগ কৰিলে ভোগ পায়, তপ কৰিলে ৰাজা হয়, কৰ্ম্মকৰিলে ফল পায়, ভক্তি কৰিলে মুক্তি পায়।

বেদোক্ত মতে কৰ্ম্ম কৰিলে পৰ কালত স্বৰ্গ সুখ হয়, কিন্তু স্বৰ্গ সুখ চিৰ স্থায়ী নহয়। কৰ্ম্মই দুখ নিবৃত্তি কৰিব

নোৱাৰে, কর্ম্ম ফলৰ নিমিত্তে জীৱ ঘুৰি ঘুৰি সংসাৰলৈ আহিব লাগে। বৈষ্ণৱ সকলে আন দেৱতাৰ পূজা, তপ যপ যোগ যাগ কাকো আদৰ নকৰে, নিত্য নৈমিত্তিক কর্ম্ম কতো এৰে কতো কৰে। আন দেৱতাক নিনিন্দেও নবন্দে। সকলোকে তুচ্ছকৰি কেৱল ঈশ্বৰৰ চৰণত দৃঢ় ভক্তি ৰাখি নাম শ্ৰৱন কীর্ত্তন হলেই অধপতনৰ নিসংশয়। আন কর্ম্ম ফলত নিশ্চয় পতন আছে, কিন্তু হৰি ভক্তৰ পতন নাই। ফল কামনা ত্যাগ কৰি সকলো কর্ম্ম ঈশ্বৰৰ চৰণত অর্পন কৰিলেই ঈশ্বৰৰ সঙ্গ লাভ হয়। বৈষ্ণৱ সকলে ধর্ম্ম অর্থ, কাম, মুক্ষ এই চতু বর্গ কৰ লাগে বুলি পার্থনা নকৰে। কেৱল ঈশ্বৰৰ চৰণত অখণ্ডিত ভক্তি আৰু তেওঁৰ চৰণ যেন বিস্মৰণ নহয় ইয়াকে পার্থনা কৰে।

দৃঢ় বিশ্বাস কৰি অতি শ্ৰদ্ধাৰে কায়মনো বাক্যে ঈশ্বৰৰ নাম শ্ৰৱন কীর্ত্তন নকৰি মনত কপট আচাৰে লোকক দেখাই" ৰাম কৃষ্ণ হৰি" ইত্যাদি সহস্ৰ নাম ললেও সিদ্ধি নহয়। ঘোষাত শ্ৰীমাধৱ দেৱে লিখিছে—

শুদ্ধে বা অশুদ্ধে একনাম, শুনেবা ভনেবা মনেস্মৰে,
অপৰাধ হিন পুৰুষক শদ্যে তাৰে।
দেহ ধন জন অর্থ লোভে, পাষণ্ড বুদ্ধিয়ে যিটো লয়ে
সিটো হৰি নামে তাৰিতে শীঘ্ৰ নপাৰে।

নামৰ দশ অপৰাধ। সন্ত নিন্দা, হৰি হৰ ভেদ কৰা, বেদনিন্দা, গুৰু অৱজ্ঞা, নামেৰে বাদ কৰা, নাম ধর্ম্মক

আন ধৰ্ম্মৰে সমান কৰা, নামত বলে পাপ কৰা, শ্ৰদ্ধা হীনত নাম দান দিয়া, নাম দান কৰোতে অহংকাৰ, নামৰ মহিমাক উপালম্ভ কৰা এইয়ে নামৰ দশ অপৰাধ লগাই নাম ললে ভক্তি সিদ্ধি নহয়। যদি ভক্তে প্ৰমাদত থাকি নামৰ অপৰাধ কৰে তেন্তে শত বাৰ জগন্নাথ নাম স্মৰণ কৰি শত বাৰ দন্দৱত কৰিব বা নাম কীৰ্ত্তন কৰিব। ঈশ্বৰৰ নাম ললে সাত কাৰ্য্য সাধে। পাপ নাশ হয় পুণ্য উপজে বৈৰাগ্য জন্মে। কৃষ্ণত প্ৰেম ভক্তি বাৰে। বৈষ্ণৱী জ্ঞান জন্মে। দুৰ্ব্বাসনা নষ্ট পায়। আৰু মায়াক নিৰ্জ্জান কৰি কৃষ্ণৰ দেহত লয় পায়।

যাৰ আত্মা নিৰ্ম্মল পবিত্ৰ ঈশ্বৰত একান্ত চিত, তেওঁ শুদ্ধে বা অশুদ্ধেই লওক বা শুনক নিশ্চয় তৰিব। যি দুখত, আশাত, ভয়ত, বা ধন জন অৰ্থ লোভত নাম শ্ৰৱন কীৰ্ত্তন কৰিলেই নামত ৰুচি হৈ ক্ৰমে নামত মন মজি ঈশ্বৰ নিজৰ হৃদয়ক প্ৰকাশ হব।

কৃষ্ণ কথা শুন গাৱে যিটো শ্ৰদ্ধা কৰি।
অল্প কালে হিয়াত প্ৰবেশ হোন্ত হৰি॥

হিয়াত হৰি প্ৰবেশ হলে—হৰি বুদ্ধি হোৱে আপোনাক।

× × × × ×

বন্ধ চিণ্ডি হোৱে আপুনি হৰি।

× × × × ×

তেতিয়া আৰু একো বাকি নেথাকে।

সমস্ত ভুততে তুমি আছা হৃদয়ত।
তত্ত্ব নেপায় তোমাক বিচারে বাহিরত॥
তুমিসে কেবলে সত্য মিছা সবে আন।
জানি জ্ঞানী গনে কবে হৃদয়ক ধ্যান॥

হিয়ার বাহিরে হরিক আনত পাবর স্থল নাই।
ঈশ্বরত ভক্তি করিব খুজিলে দেহর পবা দম্ভ, অহঙ্কার আদি ছয়ৰিপু খেদাব লাগে।

তৃণাদপি সুনিচেন তরুরিয় সহিষ্ণুনা,
অমানিনা মান দেয় কীর্ত্তনীয়ঃ সদাহরি।

নিজক তৃণতকৈ হিন জ্ঞান করিব পারিলেহে ঈশ্বরক ভজন করিব পারি, বিনয নহলে ভক্তি কেতিয়াও নহয়। নম্রকৈ নম্রহৈ অন্তরে সৈতে ভক্তি নকরিলে মুখে রাম নাম উচ্চারণবো কোনো ফল নহয়। দম্ভ অহঙ্কার থাকিলে ভক্তি নিসিজে যেনে উখ ভূমিত জল নরয় সেই অনুসারে নিজে ডাঙ্গরহলে তেওঁক প্রতি পরম ব্রহ্মৰ কৃপা কেতিয়াও নহয়। মানুহে বৃক্ষক কাটি চিঙ্গি অনেক জুলুম করিলেও বৃক্ষে তাক সহ্য করে। বৃক্ষর যেনে সহিষ্ণুতা গুন আছে ভক্তবো তেনে গুন থাকিব লাগে। গছৰ ডাল কাটি দিয়া মানুহকো গছে ছায়া দিয়ে। গছে যেনেকৈ মাত্তির তলত শিপা মেলি খামোচ মাৰি ধরি রৈ আছে ভক্তেও সেই দরে ঈশ্বর চরণত দৃঢ় ভক্তিরে এক নিষ্ঠে ভগৱন্তত চিত নিবিষ্ট করি বিষয় জঞ্জালত অস্থির

নহৈ ঈশ্বৰক ভজনা কৰিব পাৰিলেহে ভক্তি সিদ্ধিব। মানুহৰ ধৈৰ্য্য আৰু সহিষ্ণুতা নহলে ঈশ্বৰৰ চৰণত ভক্তি সাধন নহয়। নিজে মান যশস্যাৰ বাবে হেপাহ নকৰি আন প্ৰাণিক একে ব্ৰহ্মৰ অংশ বুলি অন্তৰে সৈতে আন-কহে সন্মান কৰিব লাগে। নিজৰ মান যশ পদ গৌৰবৰ দম্ভত মই ডাঙ্গৰ বুলি নিজে উফন্দি থকা জনৰ ঈশ্বৰৰ চৰ-ণত কেতিয়াও ভক্তি নহয়। কোনো জনে লোকক দেখু ৱাই বাহিৰে বিণিত ভাব প্ৰকাশ কৰি মনে যশ পদ গৌৰ-বৰ চিন্তাথাকিলে তেওঁৰ ভয়ানক কপট হব, তেনে কপট হৃদয়ত ভক্তিবৃক্ষ অঙ্কুৰীত নহয়।

ভক্তি নৱ বিধ = যেনে—

শ্ৰৱণ কীৰ্ত্তনং বিষ্ণুঃ স্মৰণং পদে সেবনম্।
অৰ্চ্চন বন্দনং দাস্যং সখ্য মাত্ম নিবেদনম

শ্ৰৱন। সাধু সঙ্গত হৰিকথা আলাপ কৰি আনৰ দ্বাৰাই কীৰ্ত্তন কৰাই শুনিব লাগে সেয়ে শ্ৰৱন। শ্ৰৱন ভক্তিত পৰীক্ষিত হৈছে। কীৰ্ত্তন। ঈশ্বৰৰ নামত মন মজাই হৰিনামৰ ভাণ্ডাৰ হৃদয়ত ৰাখি মুখে হৰি গুণ গীত প্ৰসঙ্গ কৰাই কীৰ্ত্তন।

কীৰ্ত্তন পাচ প্ৰকাৰ হব পাৰে যেনে—উৎসৱ, উপাঙ্গ, মানস বীৰনিবিৰ। উৎসৱ মানে উঠি গোৱা, উপাঙ্গ খোলতাল মৃদঙ্গেৰে গোৱা, মানস সাধু সৱৰ বিচাৰ, বিৰ হিৰানাম কীৰ্ত্তন, নিৱিৰ বহি প্ৰসঙ্গ কৰা। কীৰ্ত্তন ভক্তিত

নাৰদ।

স্মৰণ—নামকে ঈশ্বরকে একে করি নামর রূপ, ঈশ্বরর রূপ দুইকো মিলাই হৃদয়ত চিন্তাই স্মরণ। স্মরণত প্রহ্লাদ

পদ সেবন। অনিত্য অসার সংসারর সুখ ভোগ পরিত্যাগ করি কেৱল ঈশ্বৰকে সাৰ মানি ঈশ্বৰর চরণ সাধুর সঙ্গত চিনিলৈ পদ পঙ্কজত সেবিব পৰাই পদ সেবন। পদ সেবনত অম্বৰিষ ৰাজা।

অৰ্চ্চন—ঈশ্বরক পুজার অৰ্থে জল পুষ্প নৈবেদ্য আদি ধন, জন, ঐশ্চৰ্য্য, বিভুতি, বল, পুত্ৰ, ভাৰ্য্যা, সমন্বিতে ঈশ্বরক সোধাই দিয়াই অৰ্চ্চণ। গজেন্দ্ৰ অৰ্চ্চনত। যোমাত

ঐশ্বৰ্য্য বিভুতি বলসমে, জানে মোক যিটো নরোত্তমে,
সিয়ো ভৈল মোৰ ময়ো ভৈলো তার বশ্য।

এনেকেই সকলো ঐশ্বৰ্য্য বিভুতি ঈশ্বরক অৰ্চ্চণ নকরি তাত আশক্ত থাকিলে ভক্তি নহয়।

দাস্য—চাকৰে যেনে দরে কাম করি গিরিহঁতর উন্নতিব ভাগ চাকরৰ নহয়। ঈশ্বৰৰ চৰণত তেওঁর দাসৰো দাস ভাবি অনিত্য শৰীৰত যত পারে কৰ্ম্ম করি ঈশ্বরর চরণত অৰ্পণা করাই দাস্য ভাব। দাস্যত উদ্ধব।

সখিত্ব—ঈশ্বরকে পরম সুহৃদ বন্ধু বুলি বিশ্বাস করিব প্রকৃত বন্ধুৱে যেনেকৈ বন্ধুক কোনো সঙ্কটত নেৰে সেই দরে হরিক পৰম বান্ধৱ বুলি বিশ্বাস করিলে ঈশ্বরে ভক্তক কেতিয়াও নেৰে। সখিত্বত অৰ্জ্জন।

নহৈ ঈশ্বৰক ভজনা কৰিব পাৰিলেহে ভক্তি সিজিব। মানুহৰ ধৈৰ্য্য আৰু সহিষ্ণুতা নহলে ঈশ্বৰৰ চৰণত ভক্তি সাধন নহয়। নিজে মান যশস্যাৰ বাবে হেপাহ নকৰি আন প্ৰানিক একে ব্ৰহ্মৰ অংশ বুলি অন্তৰে সৈতে আনন্দহে সন্মান কৰিব লাগে। নিজৰ মান যশ পদ গৌৰবৰ দম্ভত মই ডাঙ্গৰ বুলি নিজে উফন্দি থকা জনৰ ঈশ্বৰৰ চৰণত কেতিয়াও ভক্তি নহয়। কোনো জনে লোকক দেখুৱাই বাহিৰে বিণিত ভাব প্ৰকাশ কৰি মনে যশ পদ গৌৰৱৰ চিন্তাথাকিলে তেওঁৰ ভয়ানক কপট হব, তেনে কপট হৃদয়ত ভক্তিধ্বজ অঙ্কুৰীত নহয়।

ভক্তি নৱ বিধ = যেনে—

শ্ৰৱন কীৰ্ত্তনং বিষ্ণুঃ স্মৰনং পদে সেবনম্।
অৰ্চ্চন বন্দনং দাস্যং সখ্য মাত্ম নিবেদনম

শ্ৰৱন। সাধু সঙ্গত হৰিকথা আলাপ কৰি আনৰ দ্বাৰাই কীৰ্ত্তন কৰাই শুনিব লাগে সেয়ে শ্ৰৱন। শ্ৰৱন ভক্তিত পৰীক্ষিত তৰিছে। কীৰ্ত্তন। ঈশ্বৰৰ নামত মন মজাই হৰিনামৰ ভাণ্ডাৰ হৃদয়ত ৰাখি মুখে হৰি গুণ গীত প্ৰসঙ্গ কৰাই কীৰ্ত্তন।

কীৰ্ত্তন পাচ প্ৰকাৰ হব পাৰে যেনে—উৎসৱ, উপাঙ্গ, মানস বীৰনিবিৰ। উৎসৱ মানে উঠি গোৱা, উপাঙ্গ খোলতাল মৃদঙ্গেৰে গোৱা, মানস সাধু সবৰ বিচাৰ, বিৰ হিৰানাম কীৰ্ত্তন, নিবিৰ বহি প্ৰশঙ্গ কৰা। কীৰ্ত্তন ভক্তিত

নাৰদ।

স্মৰণ—নামকে ঈশ্বৰকে একে কৰি নামৰ ৰূপ, ঈশ্বৰৰ ৰূপ দুইকো মিলাই হৃদয়ত চিন্তাই স্মৰণ। স্মৰণত প্ৰহ্লাদ

পদ সেবন। অনিত্য অসাৰ সংসাৰৰ সুখ ভোগ পৰিত্যাগ কৰি কেৱল ঈশ্বৰকে সাৰ মানি ঈশ্বৰৰ চৰণ সাধুৰ সঙ্গত চিনিলৈ পদ পঙ্কজত সেৱিব পৰাই পদ সেবন। পদ সেবনত অম্বৰিষ ৰাজা।

অৰ্চ্চন—ঈশ্বৰক পুজাৰ অৰ্থে জল পুষ্প নৈবেদ্য আদি ধন, জন, ঐশ্চৰ্য্য, বিভুতি, বল, পুত্ৰ, ভাৰ্য্যা, সমন্বিতে ঈশ্বৰত সোধাই দিয়াই অৰ্চ্চণ। গজেন্দ্ৰ অৰ্চ্চনত। যোষাত-

ঐশ্বৰ্য্য বিভুতি বলসমে, জানে মোক যিটো নৰোত্তমে,
সিয়ো ভৈল মোৰ মধ্যে ভৈলো তাৰ বশ্য।

এনেকেই সকলো ঐশ্বৰ্য্য বিভুতি ঈশ্বৰক অৰ্চ্চণ নকৰি তাত আশক্ত থাকিলে ভক্তি নহয়।

দাস্য—চাকৰে যেনে দৰে কাম কৰি গিৰিহঁতৰ উন্নতিৰ ভাগ চাকৰৰ নহয়। ঈশ্বৰৰ চৰণত তেওঁৰ দাসৰো দাস ভাবি অনিত্য শৰীৰত যত পাৰে কৰ্ম্ম কৰি ঈশ্বৰৰ চৰণত অৰ্পণা কৰাই দাস্য ভাব। দাস্যত উদ্ধৱ।

সখিত্ব—ঈশ্বৰকে পৰম সুহৃদ বন্ধু বুলি বিশ্বাস কৰিব প্ৰকৃত বন্ধুৱে যেনেকৈ বন্ধুক কোনো সঙ্কটত নেৰে সেই দৰে হৰিক পৰম বান্ধৱ বুলি বিশ্বাস কৰিলে ঈশ্বৰে ভক্তক কেতিয়াও নেৰে। সখিত্বত অৰ্জ্জুন।

সোবাত লিখিছে—পুরুষ সহিতে সখিত্ব করিয়া চলয় হরির কাছে। ঈশ্বর পুরুষর সৈতে সখিত্ব করিলে নিশ্চয় হরিক পায়।

আত্মনিবেদন—নিজর আত্মাক ঈশ্বরমানি, ঈশ্বরকে আত্মাকে মিল করি আত্মাই ঈশ্বর, ঈশ্বরেই আত্মা বুলি ভাবি একান্ত ভাবে ঈশ্বরক নিজর আত্মা অর্পণ করি দিব পারিলেই ঈশ্বরর লগত দেহর অভিন্ন ঘটে এইয়ে আত্ম-নিবেদন।

বন্দন—সকলো প্রানীক ঈশ্বরময় দেখি এক চিতে ঈশ্বর ভাবে নমস্কার করাই বন্দন। বন্দনত অক্রুর।

রত্নাবলী—আছে সংসারত আনো বস্তু যত যত।

কৃষ্ণক দেখিব মাত্র মনে সমস্তত ॥
হরির শরীর ইটো হেন বুদ্ধি করি।
সবাহাকো নমস্কার করিব সাদরি ॥

এই নব বিধেই ভক্তির মূল, ইয়াকে সাধুর সঙ্গত পরমার্থর তত্ত্ব বুজি একান্ত মনে আচরিব পারিলেই ভক্তি সিদ্ধি হয়। ভক্তি নব বিধর ভিতরত আরু তিনি বিধ সার যেনে—নির্গুনা, কেবলা, সপ্রেমা।

বার বৈষ্ণবর ভিতরত কপিল, হর, সনক, শুক, এই চারি জনা নির্গুনা। ব্রহ্মা, মনু, নারদ, যম এই চারিজন কেবলা। প্রহ্লাদ, বলী, ভীষ্ম, জানেক এই চারি জন সপ্রেমা। এই তিনি বিধর এবিধ-সাধুর সঙ্গত বুজি ললে তরণর উপায় হয়।

নলিনী দলগত তরল জলজীবন মতি চয় চপলং
ক্ষণমিহ সজ্জন সঙ্গতিরেকা ভবতি ভবার্ণবে তরনে
নৌকা।

পদ্ম পত্রের জল যেমন অস্থির জীবনো তেমন অস্থির সেই বাবে বিলম্ব নকরি ভব তরিবার কারনে সাধুর সঙ্গ লোবা উচিত। সাধু সঙ্গ সাধুসঙ্গ সাধুসঙ্গ কয়, লোৱা মাত্র সাধু সঙ্গ সর্ব্ব সুখ হয়।



# তৃতীয় আধ্যা

## বাৰ গোপাল।

স্তোক কৃষ্ণ, দেব প্রস্থ, সুবল, সুদাম,। ঋষভ, বিশাল, বৰুথপ, বসুদাম ভদ্রসেন, অর্জ্জুন, শ্রীদাম, দাম।

## চৌধ পাৰিষদ।

কুমুদাক্ষ, পুষ্পদন্ত, বিশ্বক সেন, জয়, জয়ন্ত, গৰুড, নন্দ, সুনন্দ, বিজয়, সাত্বত, প্রবল, উত্তৰল, শ্রুত দেব, কুমুদ।

## বাৰ বৈষ্ণব।

নাৰদ, প্রহ্লাদ, ভীষ্ম, শুক, মনু, হৰ, ব্রহ্মা, বলি, যম, জনক, কপিল, কুমাৰ।

## ছয় ভক্ত।

উদ্ধৱ, মৈত্রেয়, জাম্বৱন্ত, বিভিষণ, হনুমন্ত, বিতুৰ।

শঙ্কৰ অবতাৰৰ প্রায় লগতে বাৰ গোপাল, চৌধ পাৰিষদ ছয়ভক্ত, মালাকাৰ, বেশাকাৰ আদিকৰি কলিত ধৰ্ম্ম প্রচাৰৰ অৰ্থে সাধু সন্ত ৰূপে অবতাৰ হৈ ঠায়ে ঠা'য় সত্র পাতি ধৰ্ম্ম প্ৰবৰ্ত্তাব। যদু বংশ সকলে পূৰ্ব্বে ভোগ কৰিবলৈ নেপালে তেওঁ লোক অকালতে ধ্বংশ পায় সেই যদুবংশ সকলেই ক্রমান্বয়ে আহি সন্তসকলৰ গৃহত জন্ম ধৰি ধৰ্ম্মপ্রবৰ্ত্তাব বোলা ঈশ্বৰ কৃষ্ণৰ নিজ মুখৰ বাক্য।

বৈকুণ্ঠৰ নাম ধৰ্ম্ম, শৰণ, সৎসঙ্গ, পৃথিবীৰ যিযি ঠাইত প্রচাৰ কৰি অজ্ঞানী সমূহক ধৰ্ম্মজ্ঞান শিক্ষা দিয়ে

সেই ঠাইর লগত বৈকুণ্ঠর সম্বন্ধ সূত্র থকার বাবেই "সত্র" বুলি কয়। অশরণীয়া জীৱক যত শরণ হব পারে সেয়ে সত্র, আৰু অসঙ্গী জীৱই যত সৎসঙ্গ বা সাধু সঙ্গ লাভ করি ঈশ্বরর সঙ্গ প্রাপ্ত হয় সেয়ে সত্র; যাক সত্র বোলে তাত এই তিনটি গুন থাকিব লাগে।



ঋগ, যজু, অথর্ব্ব সাম।
চতুর্থা বিভাগ বেদর নাম॥

ইয়ার ভিতরত ঋগ, যজু, সাম এই তিনি বেদর মতানু সারেই হিন্দুর ধর্ম্ম কার্য্য পরি চালিত হয়।
চাৰিও বেদর চাৰি অক্ষর, সার কাঢ়ি আনি ব্রহ্মাদেৱে বেকত কৰিয়া থৈলা নারায়ণ বাণী।

না" ঋগো, যজুরো রা" পী সামে য়" পরিকীর্ত্তিতা।
অথর্ব্বেদে ন" সাপ্রোক্তা মুনয়ো বদন্তি নারায়ণ ইতি স্মৃতা

যেনে ঋগ বেদর না" যজুর্ব্বেদর র" অথর্ব্ব বেদর", সাম বেদর ণ" এই চারি বেদর চারি অক্ষরে নারায়ণ নাম। বেদর সার নারায়ণ নাম ভিন্ন বেদত আৰু একো বস্তু ভাঙ্গর নাই। শঙ্খ, চক্র, গদা, পদ্ম চারি অস্ত্র ধরি ভগ-ৱন্ত অৱতার হৈছে সেইচারি অস্ত্রই চারি বেদ চারিনাম চারিশরণ। যেনে জ্ঞান বিজ্ঞান, তদং রহস্য। না" হৈছে জ্ঞান, রা" হৈছে বিজ্ঞান, য়'হৈছে তদং ন" হৈছে রহস্য। জ্ঞানে গুরু, বিজ্ঞানে শাস্ত্র, প্রেমভক্তিয়ে রহস্য, তদং সাধু সঙ্গত কীর্ত্তন। না" অনিশ্বর জগৎ অর্থাৎ তর্ক

শ াস্ত্র, বা, অক্ষর পরম ব্রহ্ম মিমাংসা শাস্ত্র, ম'' ন্যায় শাস্ত্র। ন'' ভগবৎ এই নারায়ণ নামে চারি অস্ত্র চারি শিক্ষা।
ওঁ শব্দে তিনি বেদকে বুজায় যেনে—ওম, অ+উ+ম= ওঁম, অকার ঋগবেদশ্চৈব, উকারো যজু র্বেদঃ। ম, কারো সাম বেদস্যাৎ ত্রিযুক্তে প্যথর্ব্বন। ওঁ—অ+উ +ম অ-সৃষ্টি শক্তি ব্রহ্মা। উ-পালন শক্তি বিষ্ণু। ম প্রলয় শক্তি মহেশ্বর। ওঁ শব্দ উচ্ছারণ কবিলে সৃষ্টিকর্ত্তা, পালনকর্ত্তা, সংহার কর্ত্তা এই ত্রি শক্তি স্বরূপ যি অদ্বিতীয় ব্রহ্ম তেওঁরেই পরমেশ্বর। স্বর্গ, পৃথিবী, পাতাল তিনি ব্রহ্মাণ্ডর সকলোবোর বস্তুরেই যাব মূর্ত্তি স্বরূপে, যিজনাই গোটেই ব্রহ্মাণ্ডত ব্যাপী আছে এই জনকে অদ্বিতীয় পরম ব্রহ্ম বোলে। ব্রাহ্মণ সকলে এওঁকে সন্ধ্যা বা গা-য়ত্রী রূপে সদাই ধ্যান করে। ভক্ত সকলেও এই জনাকে সদাই ধ্যান করে।

ব্রহ্ম তিনি প্রকার, ব্রহ্ম, পরমব্রহ্ম, অভয়ব্রহ্ম। ব্রহ্মার নির্ম্মিত দেহা বাবে এই দেহাকে ব্রহ্ম মানিব। পরম ব্রহ্ম জীব, অভয়ব্রহ্ম পরমাত্মা।
সত্ব গুণে বিষ্ণু, রজ গুণে ব্রহ্মা, তমো গুণে মহেশ্বর এই তিনিকে জ্ঞান, বিজ্ঞান তদং অর্থাৎ নাম গুরু দেব ভকত তিনি রূপে স্থিরকরে। রজ গুণে জ্ঞান, জ্ঞানে গুরু, তমো গুণে বিজ্ঞান, বিজ্ঞানে দেব, সত্ব গুণে তদং, তদঙ্গে নব ভক্ত সকলে নাম গুরু দেব, ব্রহ্মা, বিষ্ণু, রুদ্র তিনি-

কো একে করি অর্থাৎ তিনিকো একত্র করি রহস্যত যপ করে অর্থাৎ ভাগৱতত।

ভক্ত সকলর যপ গুরু সেউৱা শরণ, ভজন, ভক্তি আচরণ, প্রবর্ত্তন বেদর সার বস্তু। যিসকলে বেদৰ সার তত্ত্ব হৃদয়ত ধ্যান করি নারায়নাদি চারিবর্ণর নাম গুরু দের ভকত আরু শরণ সৎ সঙ্গ ভজন ভক্তি-প্রদানকরি জীৱক সদগতি দিব পারে সেই সদ গুনীয়া সকলক গোস্বামী বোলে। গো শব্দে বেদ, মানে জ্ঞান, জ্ঞানেই গুরু বেদৰ সার মূল বীজ ঈশ্বৰৰ নাম সেই নামরে যিসকল গরাকী হৈ লোক সমূহক দি জীব তরণৰ উপায় করিছে সেয়ে গোস্বামী।

শ্রীমদ্ভাগরতত শুক মুনিয়ে আন ধৰ্ম্মক আদরনকরি যিধৰ্ম্ম সকলোতকৈ গরিষ্ঠ বুলিছে তাক প্রমান করিবৰ নিমিত্তে।

চারিও বেদক ব্রহ্মায়ে আনি।
বিচারিলা তিনি বার প্রমানি॥
এহি মানে মাত্র করিলা সার।
হরি কীর্ত্তনেসে তরে সংসার॥

মোকে কিনা কিনা হৰি মোকে কিনা কিনা। আন ধন নলাগয় নাম ধন বিনা। যি নামর শৰণ বা নাম ধৰ্ম্ম দি জীৱক কিনিব পাৰিছে সেয়ে গোস্বামী।

বেদতত্ত্ব সারক হৃদয়ে করি ধ্যান।
ঈশ্বরর রূপ বিনে নিচিন্তন্ত আন॥

শ াস্ত্র, বা, অক্ষর পরম ব্রহ্ম মিমাংসা শাস্ত্র, য়'' ন্যায় শাস্ত্র। ণ'' ভগবৎ এই নারায়ণ নামে চারি অস্ত্র চারি শিক্ষা।

ওঁ শব্দে তিনি বেদকে বুঝায় যেনে—ওম, অ+উ+ম= ওঁম, অকার ঋগবেদশ্চৈব, উকারো যজু র্বেদঃ। ম, কারো সাম বেদন্যাৎ ত্রিযুক্তে প্যথর্ব্বন। ওঁ—অ+উ+ম অ-সৃষ্টি শক্তি ব্রহ্মা। উ-পালন শক্তি বিষ্ণু। ম প্রলয় শক্তি মহেশ্বর। ওঁ শব্দ উচ্চারণ করিলে সৃষ্টিকর্ত্তা, পালনকর্ত্তা, সংহার কর্ত্তা এই ত্রি শক্তি স্বরূপ যি অদ্বিতীয় ব্রহ্ম তেওঁরেই পরমেশ্বর। স্বর্গ, পৃথিবী, পাতাল তিনি ব্রহ্মাণ্ডর সকলোবোর বস্তুরেই যার মূর্ত্তি স্বরূপে, যিজনাই গোটেই ব্রহ্মাণ্ডত ব্যাপী আছে এই জনকে অদ্বিতীয় পরম ব্রহ্ম বোলে। ব্রাহ্মণ সকলে এওঁকে সন্ধ্যা বা গায়ত্রী রূপে সদাই ধ্যান করে। ভক্ত সকলেও এই জনাকে সদাই ধ্যান করে।

ব্রহ্ম তিনি প্রকার, ব্রহ্ম, পরমব্রহ্ম, অভয়ব্রহ্ম। ব্রহ্মার নির্ম্মিত দেহা বারে এই দেহাকে ব্রহ্ম মানিব। পরম ব্রহ্ম জীব, অভয়ব্রহ্ম পরমাত্মা।

সত্ব গুণে বিষ্ণু, রজ গুণে ব্রহ্মা, তমো গুণে মহেশ্বর এই তিনিকে জ্ঞান, বিজ্ঞান তদং অর্থাৎ নাম গুরু দেব ভকত তিনি রূপে স্থিরকরে। রজ গুণে জ্ঞান, জ্ঞানে গুরু, তমো গুণে বিজ্ঞান, বিজ্ঞানে দেব, সত্ব গুণে তদং, তদঙ্গে নাম ভক্ত সকলে নাম গুরু দেব, ব্রহ্মা, বিষ্ণু, রুদ্র তিনি-

